# উচৰ্গা।

আশৈশৱ সংস্কাৰব্ৰতী একনিষ্ঠ স্বদেশ-সেৱক, বয়োবৃদ্ধ সাহিত্যিক

পৰম শ্ৰদ্ধাভাজন

## শ্ৰীযুক্ত কমলাকান্ত ভট্টাচাৰ্য্য ডাঙ্গৰীয়াৰ

কৰ-কমলত

"আত্মানন্দৰ আত্মকাহিনী"

অৰ্পণ কৰিলোঁ।

| | |
|---|---|
| তেজপুৰ। | নিবেদক |
| ১৪ শাওণ, ১৮৫৭ শক। | গ্ৰন্থকাৰ। |

# প্ৰকাশকৰ নিবেদন।

শ্ৰীযুক্ত আত্মানন্দ আচাৰ্য্যৰ কাহিনীৰ যদিও লেখ-জোখ নাই, তথাপি তাক তেওঁৰ পৰা সৰকোৱা সহজ কথা নহয়। আজি বহুত দিন টাকুৰী ঘূৰা দি ঘূৰিও তেওঁ বোলে বজাৰৰ ফৰ্দ্দৰ লগত ধনৰ মোনাৰ সমতা ৰক্ষা কৰিবৰ ক্ষমতা লাভ কৰিব পৰা নাই। তাৰ ফলত, আত্মকাহিনী কাকতত লিখি ডাকত পঠাই ছপাই আনি, আন আন ছপা-কিতাপৰ জাকত মেলি দিবলৈ তেওঁ হেনো নিতান্ত অপাৰগ। আন নালাগে, তেওঁৰ সময়ৰ অভাৱ ইমান বেচি, যে নিতান্ত ঠেকত নপৰিলে কোনো কাহিনী বেকত কৰিবলৈকো তেওঁ আগ নাবাঢ়ে। আমি এক ডজন কাহিনীৰ এই প্ৰথম কিস্তি আদায় কৰিবলৈ যিমান পৰিশ্ৰম কৰিব লগা হৈছে, বোধ কৰোঁ, সিমান পৰিশ্ৰমেৰে শৰাইঘাটৰ দৰে এখন যুদ্ধকে জিনিব পৰা গ'লহেঁতেন। এতিয়া আমাৰ কাম শেষ হ'ল, বাকীখিনি ৰাইজৰ ভাগৰ। ৰাইজে যদি এই কাহিনীবোৰ সামৰি লৈ আচাৰ্য মহাশয়ৰ ধনৰ মোনাটো টনটনীয়াকৈ ভৰাই দি তেওঁক বানপ্ৰস্থ অৱলম্বন নকৰাকৈ ৰাখিব পাৰে, তেন্তে দ্বিতীয় কিস্তিও সোনকালে আদায় কৰিব পৰা যাব বুলি আশা কৰা যায়। সেইটো অৱশ্যে ৰাইজৰ ৰুচিৰ কথা; আমি মাত্ৰ ইয়াকে ক'ব পাৰোঁ যে আমাৰ খাটনি আৰু ভৰণিৰ বাবে লয় ৰাইজে গুণ ল'ব, নলয় যদিও ধৰম নো কলৈ যাব। ইতি।

তেজপুৰ
১৪ শাওন, ১৮৫৭ শক।

বিনীত নিবেদক
প্ৰকাশক।

# সূচী

# আত্মানন্দৰ আত্মকাহিনী

—:*:—

## প্ৰস্তাৱনা

আত্মজীৱনী,—আত্মকাহিনীৰ ডলুৱা ভূতটোৰ জন্মস্থান যদিও সাত সাগৰৰ সিপাৰত, তথাপি সি সুৰ-সুৰ কৰে আহি আমাৰ মেমেৰা-চেৰেলা প্ৰাণীকেইটিৰ গাতো নলম্ভাকৈ এৰা নাই। তাৰ ফলত বহুতো সভ্য-ভব্য ডাঙ্গৰীয়াই থৰ-কাছুটি এৰি, নিজৰ আৰু ঘৰৰ সকলো কথা বাজ কৰি লোক-সমাজত কিবা এটা হৈ ডেও দি ফুৰিছে। "দেখাক দেখি উঠিল গা, আদাই বোলে মোকো খা।" তাকে দেখি শুনি মোৰ কাহিনীবোৰেও কলৈ যাওঁ গোপাল, কলৈ যাওঁ কৃপাল লগাই মোক বেবুৰা কৰি পেলাইছে। যদিও সেইবোৰক সমাজত মেলি দি ৰাইজৰ গালি-শপনিৰে চৈধ্য পুৰুষ উধাৰিবৰ মোৰ অলপো ইচ্ছা নাছিল, তথাপি তাৰে নিতান্ত উদণ্ড কেইটাক উদং মেলি নিদিলে উপায় নাই। ৰাইজে যদি পাৰে সিহঁতক ঘৰ চপাই পঘা লগাওক, আৰু লগে লগে তেওঁলোকৰ বক্তব্য অৰ্থাৎ শলাগনি নাইবা শাও-শপনি জিভাৰ চোক অনুযায়ী ব্যক্ত কৰক।

মোৰ সবিশেষ পৰিচয় যদি ৰাইজক লাগে, তেন্তে একে আষাৰেই কওঁ,—নিদিওঁ। তাৰ কাৰণ, আমাৰ প্ৰত্নতাত্ত্বিক বা পটাগুটীয়া পণ্ডিতসকললৈ মোৰ অলপ অনুকম্পা আছে, যাতে কামৰ অভাবত তেওঁলোকৰ পঞ্চত্ব লাভ নহয় তাৰ ব্যৱস্থা কৰা সেই বাবেই মোৰ কৰ্ত্তব্যৰ ভিতৰত। সেই বুলি ৰাইজৰ প্ৰতিও কিঞ্চিৎ কৃপা প্ৰদৰ্শন নকৰিলে পক্ষপাতিতাৰ দোষে ছুব পাৰে; সেই বাবে অন্ততঃ মোৰ নামৰ কেৰুটোকে ৰাইজৰ কাণৰ ভোমোলা বিন্ধাত পিন্ধাই দিয়া উচিত বুলি ভাবিছোঁ। যথা—মোৰ নাম আত্মানন্দ, কিন্তু স্বামী উপাধি জোৰা নিদিব আকৌ। আপোনালোকে জানে নে নেজানে কব নোৱাৰোঁ, কিন্তু এইটো সঁচা কথা, যে যাৰ ভাৰ্য্যা আছে তেওঁ স্বামী এনেয়ে হৈ আছে; তেওঁ স্বামী উপাধি নলয়। আন ফালে, যি মাহ-হালধি সনা নাই, তেওঁ নামৰ লগতে স্বামী শব্দটো জোৰাই নললে তেওঁৰ স্বামিত্বৰ অস্তিত্ব ক'তো নাথাকে। সেই কাৰণে মোৰ উপাধি স্বামী হব নোৱাৰে। হওঁতে মোৰ উপাধি নোহোৱাও নহয়, আনবোৰ এৰি দিলেও, মানুহে আগত আৰু পাচত ব্যৱহাৰ কৰা এজোৰ তালজুৰীয়া উপাধি মোৰ নামৰ লগত লাগিয়েই থাকে। আগত ব্যৱহাৰ কৰাটো হৈছে আচাৰ্য্য আৰু পাচত কৰাটো হৈছে পগলা। যেতিয়া কোনো সভা-সমিতি বা কঠিন সমস্যাৰ উদ্ভব হয়, তেতিয়া কি শিক্ষিত, কি অশিক্ষিত, কি ল'ৰা, কি বুঢ়া সকলোৱে মোক আচাৰ্য্যদেৱ বুলি আদৰি নিয়ে, যেন আচাৰ্য্য নহলে একোৱেই নহয়। আকৌ যেতিয়া পুহ-

মহীয়া জুহালৰ দাঁতিত ডেকা, বুঢ়া, ল'ৰা আদি গোট খাই খেকাৰ আৰু পিকেৰে গোটেই জুহাল চিত্ৰ-বিচিত্ৰ কৰি ধুতি-বিধুতিৰ আলোচনা কৰে, নাইবা যেতিয়া অফিচাৰসকল অফিচৰ পৰা ফোঁপাই-জোপাই আহি, এটুপি চাহ পানীৰে উদৰাগ্নিৰ কিঞ্চিৎ উপশম কৰি তাচ বা পাশাৰ ওচৰত শৰণাগত হৈ দেশ উদ্ধাৰৰ উপায় বিচাৰি কেতিয়াবা ফোঁচ-ফোঁচায়, আৰু কেতিয়াবা ফেচ-ফেচায়, অথবা যেতিয়া কোনো কোনো মহাশয় লোকে ৰাতিৰ আন্ধাৰৰ আঁৰত কাচপাত্ৰাৱ-গুন্ঠিতা দ্ৰবীভূতা দেবীৰ অধৰ স্পৰ্শ কৰাৰ সময়ত আনৰ চৰিত্ৰৰ সমালোচনা কৰে, তেতিয়া যদি কোনোবা কাণ থকা মানুহ ওচৰে দি যায়, তেনেহলেই শুনিব যে তেওঁলোকৰ গণনাত মই এটা পগলা। অকল সেয়েই নহয়, হাটে-বাটে, পথাৰে-সমাৰে, সবাহে-ভাওনাই যেয়ে মোৰ লগত কথন-মথন কৰে, সেয়ে ঘপহ কৰে সাব্যস্ত কৰি লয় যে মোৰ দৰে পগলা তেজপুৰ পগলা-ফাটকতো দ্বিতীয় নাই। মই কিন্তু আজিলৈকে কোনোটো সিদ্ধান্তকে চূড়ান্ত বুলি স্থিৰ কৰিব নোৱাৰি সম্প্ৰতি ইয়াকে ধৰি থৈছোঁ, যে হয় কথাটো সম্পূৰ্ণ সঁচা, নহয় তেনেই মিছা। যদি সঁচা হয় তেন্তে উৰণ, বুৰণ, গজন, গমন এই চাৰি মুঠি জীৱৰ সকলো পগলা, আৰু যদি মিছা হয়, তেন্তে মোৰ বাহিৰে আনবিলাক পগলা। ৰাইজৰ ভিতৰত কোনোবা সংস্কৃতজ্ঞ পণ্ডিত আছে যদি, সুবন্ত, তিঙন্ত ণিজন্ত, যঙন্ত, সনন্তৰ পৰা আৰম্ভ কৰি সন্ত, মহন্ত, হনুমন্ত, বেদান্ত, কৃতান্ত আদিৰ মাজে দি অনন্ত ভগৱন্ত পৰ্য্যন্ত খেপিয়াই চাগৈ মোৰ কথা বুজিবলৈ ন্যায়ৰ অৱতাৰণা

কৰিছে আৰু বাকীসকলে বত্রিশ দন্ত বহির্গত কৰি আস্যত হাস্যৰ কিৰণ ন্যস্ত কৰিছে। কিন্তু মই কওঁ অলপ ৰ'ব, তেনে কৰাৰ আগেয়ে মোৰ গোটাচেৰেক কাহিনী আপোনালোকৰ কৰ্ণকুহৰত প্ৰবিষ্ট হবলৈ দিয়ক, তাৰ পাচত বৰ পীৰাকে আগ বঢ়ায় নে, ঢেকী-ঠোৰাকে জোকাৰে, নিজে নিজে ঠিক কৰি লব। সেইয়া মোৰ কাহিনী গৈছে, তা দেখহ, শুনহ, নিৰন্তৰে হৰিবোল হৰি।

আষাঢ়, ১৮৫৭ শক।

বাধ্য
শ্ৰীআত্মানন্দ আচাৰ্য্য।

# কাহিনী—নম্বৰ এক।

## ঈশ্বৰক কোনে পায় ?

( ১৮৪৮ শক )

জেঠ-মাহৰ এদিনৰ কথা। সেই দিনা সূৰ্য্যৰ প্ৰকোপ কেনে আছিল তাক যি টিকা উলিয়াই পথাৰত কোৰ মাৰিছিল সি জানে, আৰু জানে আমাৰ চিঠিৰ টোপোলা লৈ ফেঁটী সাপৰ মূৰ ছিঙ্গা ডাকোৱাল ককায়ে। আনে যে নাজানে সিও নহয়, যেহেতু জেঠৰ বাৰ খৰ বোলা সেই বিখ্যাত দিনকেইটাৰ মাজতে সেই দিনটো সোমাই আছিল। কিবা বিশেষ কাম এটাত ময়ো মোৰ তলফালে থকা ইঞ্জিন দুটা চলাই দি যাওঁ নে নাযাওঁকৈ ঘৰৰ পৰা বহিৰ্গত হলোঁ। অলপ পাচতে দেখিলোঁ, এজোপা প্ৰকাণ্ড পাদপৰ পাদদেশত একুৰা প্ৰকাণ্ড জুই আৰু ওচৰতে গোবৰ-কুটিৰ ছাইবে লেও লোৱা, মূৰত জঁট বন্ধা, সম্মুখত ভাঙ্গৰ চিলম, চিম্‌টা আৰু কমণ্ডলু স্থাপন কৰা কৌপীনমাত্ৰসম্বল মনুষ্যৱৎ কিবা এক মূৰ্ত্তি, আৰু তাৰ চাৰিওফালে সভ্য-ভব্য মনুষ্যবৃন্দ। তৎক্ষণাৎ মোৰ মনত খেলালে যে এই প্ৰাণীটো নিশ্চয় সূৰ্য্যমণ্ডলৰ পৰা আহিছে; নহলে জেঠমহীয়া ৰ'দত ইমান জাৰ লাগিব কিয় ? সি যি কি নহওক, তেওঁৰ পৰিচয় পাবলৈ ইচ্ছা জন্মিলত লাহে লাহে আগ বাঢ়ি গলোঁ, কিন্তু জুইৰ একেবাৰেই কাষ চাপিবলৈ সাহ নহ'ল। তাৰ পাচত কি ভাষাবে

কলে তেওঁ বুজিব ঠিক কৰিব নোৱাৰি এনেকৈয়ে আৰম্ভ কৰিলোঁ,—"হে জটাধাৰী, তোহাৰি মত মনুষ্য হামো দেখয়ে নাহি। তোহো কোথা হন্তে আৱলি ? কাহে তোহাৰ ওহি দশা ভেল ?"

মোৰ কথাৰ উত্তৰত তেওঁ কলে যে তেওঁ পৃথিবীৰে, আৰু আমাৰ দেশৰে মানুহ; ঈশ্বৰক লাভ কৰিবলৈ তেনে বেশ ধৰি সাধনা কৰিছে।

মই সুধিলোঁ,—"ঈশ্বৰক নো কোনে পায় ?"

তেওঁ কলে,—"যি ধাৰ্ম্মিক, সাধু আৰু ঈশ্বৰ-পৰায়ণ।"

এই শব্দকেইটাৰ তেওঁ কি অৰ্থ কৰিছিল অৱশ্যে তেৱেঁই জানে, মই হলে একোকে বুজা নাছিলোঁ। এনেবোৰ শব্দৰ অৰ্থ সকলোৱে একেদৰেই নকৰে। তথাপি তাৰ ব্যাখ্যা বিচাৰি কালক্ষয় আৰু বাক্যব্যয় নকৰি তেওঁ কোৱাৰ নিচিনা মানুহৰ বাহিৰে আনৰ ঈশ্বৰ প্ৰাপ্তি হব নে নহয় সুধিলোঁ।

তেওঁ কলে,—"কেতিয়াও নহয়।"

মই আকৌ সুধিলোঁ—"ঈশ্বৰ ক'ত থাকে ?"

তেওঁ কলে,—"ঈশ্বৰ ক'ত থাকিব; তেওঁ সৰ্ব্বত্ৰ ৱিৰাজমান।"

মই কলোঁ,—"যদি সেয়ে হয়, ঈশ্বৰক নোপোৱাকৈ কোনো থাকিব নোৱাৰে, তেহেলেই সি ধাৰ্ম্মিকেই হওক বা অধাৰ্ম্মিকেই হওক, সাধুৱেই হওক বা অসাধুৱেই হওক। ৰজা-প্ৰজা, বামুণ-চঁৰাল, মতা-তিৰুতা, মানুহ-গৰু, বাঘ-ঘোং, হুল-জোং, খাদ্য-খাদক, পচ্য-পাচক, পাপৱান-পুণ্যৱান, ভোগী, যোগী,ৰোগীকে আদি

কৰি সকলো যদি ঈশ্বৰৰ অন্তৰ্গত, তেন্তে তেওঁক নোপোৱাকৈ সাৰিব কেনেকৈ ? আৰু যদি আপুনি এনে কাৰবাৰ কথা কৈছে যি বৰ খুটাৰ ওচৰত বৰ গাৰুত আউজি, কথা পাগুলি পাগুলি, কাৰ পৰা কি আদায় কৰিব তাৰ চিন্তাত মগ্ন থাকে, আৰু ভক্ত সকলে দুৱৰী, প্ৰহৰী, ৰাজ-মেধি, পাখি-মেধি, নাইবা চাপ্ৰাছী-বেহেৰাক সন্তুষ্ট কৰি হে তেওঁৰ কাষ চাপিব পাৰে, তেন্তে সেই জনক নোপোৱাটো বা সেইজনে নোপোৱাটোৱেই মঙ্গল। সেই দেখি এইটো নিশ্চয় যে হয় ঈশ্বৰ নাই, নহয় তেওঁক সকলোৱেই পাব।"

মোৰ কথাত সেই মূৰ্ত্তিয়ে মুখ বিকটাই অলপমান বেলি টেলেকা-টেলেকি কৈ চাই থাকি কলে,—"আপুনি যাওক। আপুনি হয় নাস্তিক, নহয় পগলা।"

"ভাল কথা"—এই বুলি মই যোৱা বাটেই গুচি গলোঁ।

---

# কাহিনী—নম্বৰ দুই।

## ভূগোল-শিক্ষা।

( ১৮৩২ শক )

সময় দুপৰীয়া। বেলিয়ে হেজাৰ হাতেৰে আৰিয়া ধৰি, নাচি-বাগি সংসাৰ-ভাওনাঘৰত সোমাই দৰ্শক প্ৰাণীমগুলীৰ শুকান পিঠিৰ ছাল আধাপোৰা কৰা দেখি সকলো পলাই ফাঁট মাৰিছে। বাট পথ শূন্য ; গছ-গছনি তলমূৰ। মাথোন শিলেৰে বুকু বন্ধোৱা আলি বাট কেইটাই বুকু ফিন্দাই শুই আছে, আৰু বেলিৰ পৰাক্ৰম ব্যৰ্থ থোৱা দেখি মিচিক মিচিক হাঁহিছে। ঠিক এনে সময়তে মই কোনো এঠাইলৈ যাবলৈ বাধ্য হৈছিলোঁ, আৰু বেলিৰ উদ্ধতালি দেখি আগ ধৰি সতৰ্ক হৈ অসমীয়া "হেট" অৰ্থাৎ জাপি এটাৰে তলিয়াৰে ভাত-চৰু ঢকা দি মোৰ উত্তমাঙ্গ ঢাকি লৈছিলোঁ। বেলিয়ে টকোপাতেৰে চোৱা সেই শিৰস্ত্ৰাণ ভেদ কৰিব নোৱাৰি, সম্ভবতঃ অপমান বোধ কৰি, ৰ'দ-ঘাইত বহি থকা কাছই মানুহৰ গম পাই লৰ মাৰি পিটনিত সোমোবাৰ দৰে, লৰ মাৰি গৈ ক'লা ডাৱৰ এচপৰাৰ তলত সোমাল। বেলিৰ বেজাৰত অৱশ হোৱা হাতৰ পৰা আৰিয়াবোৰ এটা এটাকৈ সৰি পৰিবলৈ ধৰিলে, আৰু তাৰ পিচতে কাণ তাল মৰা মূৰ টিং-টিঙাই যোৱা কান্দোনৰ সুৰ আহি মোৰ কাণৰ ফুটাত সোমাবলৈ ধৰিলে। শেহত বাৰিষাৰ ঢল পানীৰ সোঁত বোৱা দি তেওঁৰ চকুৰ পানীৰ

সোঁত বৈ টপ-টপ কৰে পৰি জাপিৰ পিঠিত টকলিয়াবলৈ ধৰিলে। আমুকাই কিন্তু তালৈ কটাহি নকৰি আপোন ভাবত ওপঙ্গি, নিজৰ অতুল পৰাক্ৰমত গঙ্গাটোপ যেন হৈ ওফন্দি আগলৈ খোজ দীঘলাই দিবলৈ ধৰিলোঁ। বেলিয়ে আন উপায় নেদেখি, বাটৰ মানুহক জোকাই লৈ ঢকা খাই ফেঁকুৰি ফেঁকুৰি আঁতৰৰ পৰা শিলগুটি দলিওৱা গৰখীয়া লৰাৰ দৰে, এইবাৰ চকুলোৰ লগে-লগে ওপৰৰ পৰা সৰু সৰু বগা শিলগুটি দলিয়াবলৈ ধৰিলে, আৰু শিলগুটিবোৰে আকলুৱা মানুহৰ দৰে জাপিৰ পিঠিত চুমা খাই কামোৰত বখলা-বখলে ছিঙ্গি নিবলৈ ধৰিলে। শিখণ্ডীৰ আঁৰত লুকাই মৰা অৰ্জ্জুনৰ শৰৰ আগত মহাৰথী ভীষ্ম পৰাস্ত হোৱাৰ নিচিনাকৈ এইবাৰ মেঘৰ আঁচলত লুকুৱা বেলিৰ শিলগুটি-শৰ প্ৰহাৰত নিৰুপায় হৈ অগত্যা মই ৰণভঙ্গ দিবলৈ বাধ্য হলোঁ, আৰু আলিৰ দাঁতিতে এখন পঢ়াশালি দেখি সুৰুক কৰে সোমাই গলোঁ।

পঢ়াশালিৰ পণ্ডিতজন আদহীয়া। খৰাং মাটিৰ শস্যৰ দৰে তেওঁৰ গোটেই মূৰত চুলি গজিব পৰা নাই। আন কি, মাজ ডোখৰক চাহাৰাৰ ক্ষুদ্ৰ সংস্কৰণ বুলিব পাৰি। তেওঁৰ কপাল খন দ, চকু দুটা অমৰা-গুটীয়া, কাণ দুখন ইন্দ্ৰৰ ঐৰাৱতৰ পৰা ধাৰ কৰি অনা যেন লাগে! দাঁতকেইটালৈ চাই হলে তেওঁক বৰাহ অৱতাৰকে বুলিব পাৰি। ওঠকেইটা খাযুচীয়া, আৰু সেয়ে তাম্বুল-ৰাগ-ৰঞ্জিত; ডিঙ্গিটো ৰাজহাঁহৰ হু-বহু আৰ্হি। ডাঢ়িখিনি দেখি মোৰ হলে পোনেই ভাবি মেধিৰ ভোবোলা

ছাগলীটোলৈ হে মনত পৰিছিল। পণ্ডিতজন টানি-টুনি হে যদি তিনি হাত ওখ হয়।

সেই দিনাৰ উপস্থিতিলৈ চাই ছাত্ৰ-সংখ্যা ডেৰ কুৰিমান হব। পণ্ডিতজন সম্ভবতঃ সোপাটিলা নহয়; কিয়নো তেওঁৰ সমুখত থকা বৰ্গক্ষেত্ৰাকাৰ চাংডোখৰত (যাক সম্মান দেখুৱাই মেজ বোলা হয়) একোছা মেদেলুৱা-ঠাৰি সজাই থোৱা আছিল। মই যেতিয়া তাত প্ৰবেশ কৰিছিলোঁ, তেতিয়া পণ্ডিত মহাশয়ে হাতত ভূগোল এখন লৈ ল'ৰা এটাক সুধিছিল,—"পৃথিবীখন কেনেকুৱা ?"

ল'ৰা।—ক'লা।

পণ্ডিতে এই লৰাটোৰ পিঠিত দুডাল মেদেলুৱা ছিঙ্গি, আন এটাক সেই একে প্ৰশ্নকে সুধিলে। সি উত্তৰ দিলে,—"ৰঙা"। পণ্ডিতে তাৰ পিঠিত সাৰৌপ কৰে একোব মাৰি সুধিলে,—"ক'ত পাইছিলি ?"

২য় ল'ৰা।—এইয়া নহয় সুমথিৰা টেঙ্গাৰ নিচিনা বুলি লিখা আছে। সুমথিৰা টেঙ্গা জানো ৰঙা নহয় ?

তাৰ কথা শুনি পণ্ডিতে তাৰ পিঠিত আৰু তিন ডাল মেদেলুৱা ছিঙ্গি পিচৰটোক সুধিলে,—"ক পৃথিবীৰ আকৃতি কেনেকুৱা ?"

ল'ৰা।—ঘূৰণীয়া।

পণ্ডিতে অলপ বেলি থমকা খাই বৈ এছাৰি দাঙ্গি কলে, "কটা ! তহঁতক আৰু কিমান শিকাম ! মই তহঁতক কিমান দিন কৈছোঁ—"

এনেতে আন এটা লৰা উঠি কলে,—“পৃথিবী এনেয়ে চেপেটা, ডেপুটি বা চব্ ইন্সপেক্টৰ আহিবৰ দিনা ঘূৰণীয়া।”

শিক্ষক আৰু ছাত্ৰৰ কাণ্ডখন দেখি মই পণ্ডিতক সুধিলোঁ,—“পণ্ডিত বাপু, কিতাপত নো কেনে বুলি লিখিছে?”

পণ্ডিত।—ঘূৰণীয়া।

মই।—আপুনি তেন্তে তাকে নিশিকাই কিয়?

পণ্ডিত।—কিতাপ লিখা মানুহৰ কি ঠিক আছে! দকে বাম পাতে, বামকে দ কৰে! মুঠেই নতুন কথা উলিয়াবলৈ চায়! আমাৰ আৰু চকু নোহোৱা হল নে? আমি দিনে ৰাতিয়ে দেখিছোঁ পৃথিবী চেপেটা। সিহঁতে ঘূৰণীয়া বুলিলেই মানি লবলৈ আমি জানো কণা!

মই।—লিখোঁতাই নো প্ৰমাণ নোপোৱাকৈ লিখিছে নে?

পণ্ডিত।—সিহঁতে লিখাৰ কিটো নো সঁচা? শাস্ত্ৰ-ভাগৱত সোপাকে দলিয়াই পেলাই সিহঁতৰ ফচহু কথাবোৰ কোনে শুনিব? সিহঁতে কয়,—“পৃথিবী ঘূৰণীয়া, মাজডোখৰ জুলীয়া, তাক কোনেও ধৰা নাই, এনেয়ে বৈ আছে।” পিচে আমি পণ্ডিত হৈ এইবোৰ বলিয়াৰ কথা শিকালে লৰাৰ মূৰ খোৱা নহব নে?”

মই।—আপোনাৰ শাস্ত্ৰই নো কি কয়?

পণ্ডিত।—শাস্ত্ৰত আছে,—

সবাৰো তলত ঈশ্বৰ দ্ৰবিৰ আছয়।
সসাগৰা মহীক তেহেন্তে ধৰিছয়॥

দ্ৰবিৰে ধৰিয়া আছে জানা বিশালক।
বিশালে ধৰিয়া আছে জানাহা নলক ॥
নলে ধৰি আছয় ভেকোলা ঈশ্বৰক।
ভেকে ধৰি আছে জানা ঈশ্বৰ কুৰ্ম্মক ॥
কুৰ্ম্মৰ পিঠিত বসি আছয় অনন্ত
অনন্তৰ ওপৰে বিৰাট ভগৱন্ত ॥

* * *

অনন্তৰ মুখ্যতম আঠ গোটা শিৰ।
আঠ গোটা দিগ্‌গজ ধৰিয়া আছে থিৰ ॥

এই আঠোটা দিগ্‌গজৰ কান্ধতে পৃথিবীখন বৈ আছে ; সেই হে কেতিয়াবা এই হাতীকেইটাই অলপ কাতি-কুতা কৰিলেই পৃথিবীখন কঁপি উঠে, তাকে আমি ভূঁইকঁপ বোলোঁ। এতিয়া এইবোৰ শাস্ত্ৰৰ বচন, গুৰুৰ বাইক দলিয়াই পেলাই নাস্তিকৰ মতত চলিব পাৰি নে ? মই কেতিয়াও তেনে কথা লৰাক শিকাব নোৱাৰোঁ।

মই।—কিন্তু কিতাপৰ মতে নিশিকালে উপৰীয়া কৰ্ম্মচাৰী-সকলে আপোনাক শুদাই এৰিব জানো ?

পণ্ডিত।—তাৰ উপায় আছে। পৰিদৰ্শক আহিলে কিতাপৰ মতে কবলৈ ল'ৰাহঁতক কৈ থৈছোঁ।

কিয় ল'ৰাটোৱে ডেপুটি বা চব্‌ইন্সপেক্টৰ আহিবৰ দিনা ঘূৰণীয়া বুলিছিল, এতিয়া হে বুজিলোঁ। সি যি কি নহওক, পণ্ডিতৰ লগত বেচি পৰ কথা পাতিলে ময়ো তেওঁৰ দৰে ভৌগোলিক পণ্ডিত হৈ যোৱাৰ ভয়ত এই আলোচনা ইমানতে এৰি মুখ ঘূৰালোঁ।

পণ্ডিতৰ ভূগোল ব্যাখ্যাত মই এনেকৈ ভোল গৈছিলোঁ। যে আন একোলৈকে ইমান বেলি মন-কাণ দিব পৰা নাছিলোঁ।। এতিয়া দেখিলোঁ, মোৰ দৰেই তাত আশ্ৰয় ল'ব লগাত পৰা এজন আমোলাই ছুদোৰোলীয়া খনীয়া এখনমান কাকত এখন লৈ মোৰ ওচৰতে জুপুকা মাৰি বহি পঢ়িব লাগিছে। তাকে দেখি মই সুধিলোঁ,—"সেইখন নো কি ?"

আমোলা।—চম্বাদ পত্ৰ।

ই নো আকৌ কি ? এই বুলি চাওঁ দেখোন এখন বঙ্গলা বাতৰি কাকত। মই তেতিয়া বুজিব পাৰিলোঁ, যে আমাৰ নতুন ভাষানুৰাগীৰ সংস্কৃত জিভাৰ অনুগ্ৰহত সংবাদ "চম্বাদত" পৰিণত হৈছে। লাহেকৈ সুধিলোঁ,—"আপুনি অসমীয়া বাতৰি-কাকত পঢ়ে নে ?"

মোৰ প্ৰশ্নৰ ফৰ্ম্মুটিটো তেওঁৰ গাত লগামাত্ৰেই তেওঁ জিকাৰি উঠিল, আৰু তলত দিয়াৰ দৰে উত্তৰ এটা সৰি পৰিল। "থৈ দিয়ক আপোনাৰ অসমীয়া বাতৰি কাকত।* ওলোৱাৰ নিয়ম নাই, ভাল বাতৰি নাই, আখৰ পঢ়িবৰ সাধ্য নাই ; ইপিনে বেচ হল এটা চাকৰৰ দৰমহা। তেনে কাকতো আকৌ ভদ্ৰলোকে পঢ়ে ! এইয়া বঙ্গলা কাগজ চাওকচোন, কেনে সুন্দৰ ! বাতৰিকেই বা চাবা কি। আণ্ডিজ পৰ্ব্বতৰ টিঙ্গত শগুণ পৰা, কাৰ্পেথিয়ান পৰ্ব্বতত বাঘে মানুহ খোৱা, জৰ্ম্মানীৰ পণ্ডিতে বেদ পঢ়া, আমেৰিকাৰ মিচেচ হেৰি

* সেই সময়ত "আসাম বন্তিৰ" বাহিৰে আন কোনো বাতৰি-কাকত অসমীয়া ভাষাত নাছিল।

বিবিয়ে পৰ্ব্বত যেন গাটোৰে গিৰিয়েকৰ গাত পৰি তেওঁক সিফলীয়া কৰা, মদাগাস্কৰ দ্বীপত পানী-ঘোৰা ওলোৱা, কলিকতাত সুশীলাৰ প্ৰেমৰ ফাঁচ লাগি সতীশৰ ধাতু যোৱাৰ নিচিনা কত ভাল ভাল খবৰ আছে, তাক জানো আপোনাৰ অসমীয়া কাকতত পাব? ঘাইকৈ আন নাথাকিলেও নাৰীহৰণৰ বাতৰিখিনিৰ বাবেই বঙ্গলা কাগজ নপঢ়াকৈ থাকিব নোৱাৰি। আপোনাৰ কাকতত জানো তেনে সোৱাদ লগা বাতৰি আছে? আগৰ অসমীয়া কাকততো তেও গৰুৰ পেটত শিয়াল-পোৱালি ওপজা, এটা মানুহে ঢুকুৰি তিয়ঁহ একেবাৰতে ভক্ষণ কৰাৰ নিচিনা লাগতিয়াল বাতৰি দুই এটা পাবলৈ আছিল; এতিয়াৰ কাকতত তাকো পাবলৈ নাই। আজিৰ কাকতত পাব মুঠেই ক'ত খেতি বেয়া হোৱাৰ বাবে খাজানা মাফ লাগে, কোন বিভাগত বিদেশী মানুহ খেদাই অসমীয়া লব লাগে, ক'ত পানী খাবলৈ পুখুৰী লাগে, ক'ত নৰিয়া চাবলৈ ডাক্তাৰখানা লাগে, ক'ত মানুহ যাবলৈ আলিবাট বান্ধিব লাগে ইত্যাদি আগ-গুৰি নোহোৱা অলাগতিয়াল খবৰ। পঢ়িবলগীয়া কথা কিটো আছে, কওক। আন ফালে চাওক, অসমীয়া কাকতখন ধপাত বা চেনি বান্ধিবৰো উপযুক্ত নহয়; কিন্তু বঙ্গলা কাকত সিদিনা আমাৰ ৰসাই বাপুৰে কোৱাৰ দৰে

“নাই পাটী ল'বা পাৰি,
নাই আসন কৰিবা ঢাৰী,
নাই কাপোৰ জাপত ল'বা,
ভগা বাৰত এঠাই থ'বা,

শাক-মাছ, মিঠাই রুটি।
বান্ধি ল'বা, নাযায় ফুটি॥"

এনে কাকত এৰি নিতান্ত মুৰ্খৰ বাহিৰে কোনে অসমীয়া কাকত ল'ব! তদুপৰি অসমীয়া ভাষাও আকৌ এটা ভাষা! তাকো কোনোবাই পঢ়ে নে?"

যদিও মই বক্তাৰ বাং-বিং-খিনিলৈ বিশেষ মনোযোগ দিয়া নাছিলোঁ, তথাপি কথাৰ অন্তত কলোঁ,—"ঠিক কৈছে, অসমীয়া কাকত কোনো যুগত ভাল নহয়; অকল কাকত কিয়, অসমীয়া ভাষা আৰু অসমীয়া মানুহেও কেতিয়াও উন্নতি কৰিব নোৱাৰে। আপুনি গমি-পিটিকি কথাটো টং কৰিছে যেতিয়া, এতিয়াই চিলঠ, চাটিগাঁ বা 'ডাহা'লৈ থিতি লবাই তাৰ উন্নত ভাষা-ভাষীৰ সঙ্গ লওক গৈ, আৰু চল পাই যদি, বল দি লগৰীয়া জনচেৰেককো আপোনাৰ লগতে উন্নতিৰ জখলাৰ টিং-থোপলৈ টানি নি আমি মণিব নোৱৰা কৰক গৈ।"

# কাহিনী—নম্বৰ তিনি।

## দুৰ্ভিক্ষ-ভঁৰাল।

( ১৮৪৮ শক )

বাতৰি-কাকতত ডাঙ্গৰ ডাঙ্গৰ আখৰেৰে বাতৰি ওলাল, কৰবাত হেনো খাবলৈ নাপাই ভালেমান মানুহে নেওচা কেওচা দি পৃথিবীখন এৰি থৈ স্বৰ্গলৈ নে নৰকলৈ পেট ভৰাই খাবলৈ গৈছে। তাকে দেখি শোকত অভিভূত হৈ ওলাল এদল লোক তেওঁলোকক ধৰি ৰাখিবলৈ। তেওঁলোকে দিনে ৰাতিয়ে খাটি, সভা-সমিতি মাতি, দুৰ্ভিক্ষ-ভঁৰাল পাতি, আবেদন পত্ৰ লৈ, দিহাদিহি গ'ল ধন তুলিবলৈ। এদিন মই বজাৰৰ ফৰ্দ্দৰ দীৰ্ঘতা আৰু মোনাৰ ধনৰ হ্ৰস্বতাৰ ভিতৰত মিটমাট ঘটাব নোৱাৰি, গৃহিণীৰ ওচৰত বানপ্ৰস্থৰ প্ৰস্তাব উপস্থিত কৰিছোঁ মাথোন, এনেতে পৰিল বাহিৰৰ পৰা ডাক। প্ৰস্তাৱ প্ৰস্তাৱতে এৰি মই ওলাই আহি চৰা ঘৰ পালোঁ। আগন্তুক জনক অহাৰ উদ্দেশ্য সুধিবলৈ নৌ পাওঁতেই তেওঁ এখন গোহাৰি-পত্ৰ আগ বঢ়াই দিলে। তাৰ অৰ্থ যে অৰ্থ-ভিক্ষা নপঢ়াকৈয়ে বুজিব পাৰিলোঁ; কিয়নো মাহটোত কমকৈও চাৰিবাৰ-মান এনে গোহাৰিৰ সমিধান দোহাৰিব লগা হয়। এই মাহতে এনে আবেদন তিনি বাৰ আহিছে, আৰু তাৰ ফলত চলচল কৰে

তিন টকা ৰূপ গাঁঠিৰ পৰা ওলাই গৈছে। তাৰ ফলতেই আজি বজাৰ-খৰচৰ অভাৱত ওপৰত কোৱা খকা-খুন্দা। মই একে আষাৰেই কলোঁ,—"ইয়াত একো নহয়, আনফালে যোৱাঁ, মোৰ পৰা একো নোপোৱা।"

মানুহজনে কলে,—"আপোনাৰ দৰে মানুহে যদি এনেকৈ কয়, আনে আৰু কি ক'ব! বেচি দিব নোৱাৰে যদি অলপকে দিয়ক। বৰ্ত্তমান অৱস্থাত যি অলপ পোৱা যায় তাৰেও যথেষ্ট সাহায্য হব।"

মই।—সাহায্য হব জানো, কিন্তু নিজৰ আহাৰ্য্য যে গোট নাখায়! দুৰ্ভিক্ষ হৈছে সুভিক্ষ হোৱালৈ বাট চাওক।

মানুহ।—বাট চাবলৈ জীয়াই থাকিলে হে! সিহঁতৰ যি ভয়ানক কষ্ট হৈছে, ততালিকে সাহায্য নাপালে বেচি ভাগেই মৰিব।

মই।—মৰিল যদি মৰিল, তাৰ বাবে মূৰ ঘমাব লাগিছে কিয়? মানুহ হলেই যে জীয়াই থাকিব লাগিব সেইটো নো তোমাক কোনে ক'লে? এদিন তো মৰিবই; গতিকে সুবিধা পালেই মৰা ভাল। আকৌ তুমিয়েই কৈছা সিহঁতৰ ভয়ানক কষ্ট হৈছে, তেনেহলে আমি ধন নষ্ট কৰিব লাগিছে কিয়? আমি সাহায্য কৰি কোনোমতে কলপ কলপ কৈ প্ৰাণধাৰণ কৰি ঢকা কোবাই ফুৰাকৈ দিনচেৰেক বেচিকৈ ৰাখিলে সিহঁতৰ কষ্ট কমোৱা হব নে বঢ়োৱা হব?

মানুহ।—আপোনাৰ তেন্তে সহানুভূতি নাই?

মই।—যথেষ্ট আছে। সেই দেখিয়েই তো সিহঁতৰ বিলাই চাই থকাতকৈ এজাঁই হিলৈ নাইবা এডাল ভলুকা টোকোনৰ সাহায্যেৰে তাৰ ওৰ পেলোৱাৰ মই পক্ষপাতী, আৰু মোৰ মতে সেয়ে হে আচল পৰোপকাৰ। সেই উপকাৰ আনে নকৰিলেও নিজেই কৰি ল'বৰ সুবিধা আছে।

মানুহ।—তাৰ মানে ?

মই।—তাৰ মানে অতি সহজ। আমি পৃথিবীলৈ আহিছোঁ জীৱনৰ তাকৰীয়া সময়খিনি খাই-বৈ স্ফূৰ্ত্তি কৰি কটাই দিবলৈ। যদি তেনেকৈ কটাব পাৰি ভালেই ; যদি নোৱাৰি, তেন্তে এডোখৰ কানি উদৰস্থ কৰি, নাইবা ডিঙ্গিত ফাঁচ লগাই চটিত ওলমি, অথবা ব্ৰহ্মপুত্ৰৰ পানীত জপং কৰে পৰি ৰসতে নাম লৈ থোৱাই বুধিয়কৰ কাম। তেনে কাৰ্য্যত সাহায্য কৰিলেই পৰোপকাৰ কৰা হয়।

মানুহ।—তেনেহলে আপুনি আত্মহত্যাৰ দৰে মহাপাপো সমৰ্থন কৰে ?

মই।—মোৰ মতে আত্মহত্যা আৰু আত্মৰক্ষা দুয়োটা একে উদ্দেশ্যৰে ৰূপান্তৰ ; গতিকে ই মহাপুণ্য। তাৰ দ্বাৰা একালে নিজৰ কষ্ট নিবাৰণ হয়, আৰু আনফালে পৰৰ উপকাৰ হয়। এজন মানুহ জীয়াই থাকিলে কিমান মহ-ডাঁহ, চৰাই-পহু, মাছ-কাছ, ধান-মাহ, শাক-পাচলি বধ কৰে, তাৰ লেখ-জোখেই নাই ; তেনেস্থলত, কোনোবাই যদি ইমানবোৰ জীৱ হত্যা নকৰি অকল নিজক হত্যা কৰে, তেন্তে কোন হিচাপত তেওঁৰ বেচি পাপ হয় ? সেই কাৰণে মই কওঁ, মানুহে সংসাৰত যিমান দুখ কষ্ট পায়,

যিমান জীৱহত্যা কৰে, তালৈ চাই আত্মহত্যা কৰাটো বহুত গুণে ভাল। মাজে মাজে কটাকটি কৰি দুই-চাইটা মৰিলেও পৃথিবীত পাপৰ জোখ অলপ কমে। মানুহে মানুহ খোৱা হলে যে আৰু ভাল হলহেতেন, তাত সন্দেহ নাই।

মোৰ কথাত মানুহ জনে কলে,—"আপোনাৰ পগলা হবলৈ আৰু অলপো বাকী নাই।"

"কি!" বুলি চকু পকাই চাওঁতেই মানুহটো গৈ পদূলি পালে, ময়ো মানে মানে ৰক্ষা পৰিলোঁ।

---

# কাহিনী—নম্বৰ চা ।

## স্বদেশী প্ৰচাৰ।

( ১৮৫৬ শক )

কাউৰীয়ে কা কৰোঁতেই বাহী পাটী এৰি, প্ৰাতঃকৃত্য আংশিক ৰূপে সমাধা কৰি, কেইটামান পিঠা দাঁত ছুপাৰিৰ মাজে দি সৰকাই উদৰস্থ কৰাৰ পাচত এবাটি তপত চাহ পানী কোট কোট কৰে নেলী পাৰ কৰি, ৰাতিৰ আঢ়ৈ পৰ শুকাই-উৰাই থকা

দেহটোৰ অলপ জীপ ধৰালোঁ। এনেতে লগুৱোটোৱে এচিলিম ধপাত লগাই আমি নাৰিকলৰ কোৰোকাৰ ধোঁৱাখোৱাটোৰ দীঘল নলীডালৰ মূৰত ৰজাৰ মূৰত মুকুট পিন্ধোৱা দি পিন্ধাই মোৰ হাতত দিলে। ধোঁৱাখোৱাটো হাতত লৈ মই তাৰ ক্ষুদ্ৰ সুৰঙ্গটিত মুখ লগাই দিলোঁ দীঘলীয়া হোপা লগাই। লগে লগে ভিতৰৰ পৰা ওলাল টোৰোক টোৰক সুৰ, আৰু ওপৰে ওলাল ভমক ভমক জুই, কিন্তু ধোঁৱাৰ লগত সাক্ষাৎ নহল। চিলিমটো তললৈ নমাই চাওঁ, দেখোন মোৰ ওচৰ পোৱাৰ আগতে ধপাতৰ ঔৰ্দ্ধদৈহিক কৰ্ম্ম শেষ হৈ গৈছে। লগুৱাটোলৈ যদিও খং উঠিছিল, তথাপি তাক আন একো নকৰি আকৌ এচিমিল লগাই চুৱা নকৰাকৈ আনিবলৈ কঠোৰ আদেশ জাৰি কৰিলোঁ।

লগুৱাটো ওলাই যোৱাৰ লগে লগে মূৰ দাঙ্গি আলিৰ ফাললৈ চালোঁ; হঠাৎ মোৰ চকুত পৰিল এহালি ডেকা গাভৰু। তেওঁলোকে বাটে-বাটে গা-কে ঘেলাইছে, নে কাৰবাৰ লগত সাক্ষাৎ কৰিবলৈকে আহিছে ঠাৱৰাবলৈ নৌ পাওঁতেই তেওঁলোক দেখোন মোৰ পদূলিতে ৰ'ল। তাৰ পাচত এক মিনিট কি আধা মিনিট "ন যযৌ ন তস্থৌ" কৰি, হঠাৎ মোৰ ঘৰলৈ চোঁচা ললে। মই ভাবিলোঁ, নিশ্চয় কাৰবাৰ কিবা এটা নোকোহা ভুল হৈছে; কিয়নো, এনে এজোৰা মানুহে মোৰ পদূলিৰ সীমা পাৰ হোৱা এয়েই প্ৰথম।

তেওঁলোক ততালিকে মোৰ চৰা ঘৰৰ মুখ পালেহি; লগে লগে তেওঁলোকৰ পিঠাগুৰীয়া মুখ দুখনৰো যোলকলা মোৰ চকুত ধৰা

পৰিল। প্ৰথম দৃষ্টিত তেওঁলোকক দম্পাতী বুলি যদিও বাৰ অনামান অনুমান কৰিছিলোঁ, এতিয়া ওচৰ চাপিলত তাৰ আঠ অনামান কমি গ'ল। তেওঁলোকৰ মুখৰ খাল-বামেৰে সৈতে সাজপাৰৰ কলা-কুশলতাৰ সম্পৰ্ক নিৰ্ণয় কৰি সেই মুহূৰ্ত্ততে মই কেইটামান সিদ্ধান্ত কৰি পেলালোঁ।

(১) তেওঁলোকৰ বৰণ দূৰৈৰ পৰা দেখাত 'দৰশিত সুন্দৰ গৌৰ কলেৱৰ' হলেও ওপৰৰ চূণ-কামৰ তলৰ ৰংটি শাওঁ-বৰণীয়া।

(২) বয়সৰ গণনা কৰিবলৈ মই ডাক্তৰো নহওঁ, জ্যোতিষীও নহওঁ; দাঁত চাই কিবা স্থিৰ কৰিব পাৰি নে নোৱাৰি তাকো খাটাংকৈ নাজানো। তথাপি গাল আৰু কপালৰ ছাল-বাকলিবোৰ ভালকৈ চাই অনুমান কৰিলোঁ, ডেকাৰ বয়স পঁচিশ বছৰ মান হ'ব; গাভৰুৰ বয়স বেচি নহলেও বামুণৰ ছোৱালীৰ বয়সৰ হিচাপত তেওঁক ডেকাজনৰ মাক বুলিব পৰা যায়। কিন্তু গঢ়-গতি, খোজ-কাটল, হাঁহি-খিকিন্দালি মাক-পুতেকৰ শ্ৰেণীৰ নহয়। কোন শ্ৰেণীৰ তাকে নো এতিয়া কওঁ কেনেকৈ! যিহে দিন-কাল পৰিছে মুখ চম্ভালি কথা কোৱাই ভাল।

ডেকা জনৰ পিন্ধনত খাদৰৰ চুৰীয়া, চেলেং আৰু পাঞ্জাবী। গাভৰুৰ গাত ছাব মৰা খাদৰৰ মেখেলা, ফুটুকা-ফুটুকী ব্লাউচ, আৰু বা-বিচনীৰ ওপৰে কিবা 'চেপেটি পিঙেৰে' শলখা মৰা 'চাল' নে কি এখন। মূৰৰ চুলি আৰু খোপা বহুতো 'কাঁটাৰে' থকা সৰকাকৈ সিয়া। দুয়োৰে ভৰিত চেণ্ডেল বোলা ফানটি আৰু হাতত হাত-ঘড়ী। ডেকাৰ চোলাৰ ওপৰৰ মোনাত আধা ওলোৱাকৈ লোৱা

আৰু গাভৰুৰ হাততে এডোখৰ ওলমি থকা পাটৰ হাচতি। তাৰ পৰা এনে ভেকেতা-ভেকেত গোন্ধ ওলাইছিল যে প্ৰথমতে মোৰ ঘৰৰ চালত ক'ৰবাৰ জহামাল উঠিল বুলি সন্দেহেই জন্মিছিল। পিচত হে কথাটো তলকিব পাৰিলোঁ।

মই এইবোৰ আলোচনা গবেষণা কৰোঁতে যে বেচি সময় লাগিছিল, এনে নহয়। দেখাৰ লগে লগেই এইবোৰ ভাব আহিলো, গ'লো। মই বহাৰ পৰা উঠি গৈ সুধিলোঁ,—"ক'ৰ পৰা আহিছে? কলৈ যায়?"

ডেকা।—আহিছোঁ গুৱাহাটীৰ পৰা, সম্প্ৰতি আপোনাৰ ওচৰলৈকে।

ইমান বেলি মই ভাবিছিলো যে তেওঁলোকে ভুল কৰি মোৰ ঘৰত সোমাইছে, এতিয়া তেওঁৰ উত্তৰ শুনি মই ক্ষন্তেক নিৰুত্তৰ হব লগা হলোঁ। এবাৰ মনত খেলালে এওঁলোকৰ কিবা এটা ৰহস্য আছে। হয় এই পাগত উঠা গাভৰুৱে এই আধা কেচেলুৱা ডেকাৰ ডিঙ্গিত প্ৰেমৰ ফাঁচ লগাই টানি আনি লুকাবলৈ ঠাই বিচাৰি আহিছে; আৰু যদি নহয়, তেন্তে ডেকাজনে বাপেকৰ হাতনি পেৰাৰ কজা ভাঙ্গি ধনৰ মোনাটো সৰকাই তাৰ বলত কোনোবা পটিৰ পৰা এই সঙ্গিনীক সংগ্ৰহ কৰি লৈ 'মধুচন্দ্ৰ' উপভোগ কৰিবলৈ সুচল বিচাৰি ফুৰিছে। শেহত কোনটো ঠিক আৰু কোনটো বেঠিক সঠিক কৈ জানিবৰ উপায় নোহোৱাত এপাট প্ৰশ্নৰ শেল মাৰি দিয়া গ'ল,—"মোৰ ওচৰলৈকে! কিয়?"

মোৰ প্ৰশ্নৰ উত্তৰত গাভৰুৱে এমোকোৰা হাঁহিৰ হিলৈ-খাৰৰ

লগত ভ্ৰু-ভঙ্গীৰ চেৰাগুলি কিছুমান মাৰি দি কলে,—"আপুনি আমাক থিয়ৈ থিয়ৈ বিদায় দিব খুজিছে নে কি ?"

যেই সেই মানুহ হোৱা হলে তেওঁৰ গুলিয়ে কি জানি থকাসৰকা কৰিলেহেঁতেন, কিন্তু মোৰ ছাল তেনে গুলিয়ে ভেদিব পৰা বিধৰ নাছিল ; তথাপি অলপ যে অপ্ৰস্তুত হোৱা নাছিলোঁ, এনে নহয়। তেতিয়া তেওঁলোকক ভিতৰত পাৰি থোৱা মাচিয়া দুখন দেখুৱাই বহিবলৈ কলোঁ, তেওঁলোকো বহোঁ নবহোঁ কৈ অলপ পৰ থাকি শেহত আসনস্থ হ'ল। মই অনুমানত বুজিলোঁ মোৰ মাচিয়া কেইখন তেওঁলোকৰ সুকোমল শৰীৰ সংস্থাপনৰ লায়ক হয় নে নহয়, সেই বিষয়ে তেওঁলোকৰ সন্দেহ উপস্থিত হৈছিল, আৰু হওঁতে হব লগীয়াও। মোৰ মাচিয়া কেইখন বকাসুৰ, জম্ভাসুৰৰ উপযোগী হলেও, "অহং ৰাসময়ী ৰাধা" বা "অহঞ্চ গোপনন্দনঃ" আখ্যাৰ উপযুক্ত সকললৈ যে অনুপযুক্ত আছিল, তাক মই নিজেই জানো।

বহাৰ পাচত অলপমান সময় কাৰো মাত-বোল নাছিল, মাত্ৰ তেওঁলোকৰ ইজনে সিজনৰ চকুলৈ চোৱাচুই কৰিবলৈ ধৰিলে। মই লাহেকৈ সুধিলোঁ,—"আপোনালোকক মই চিনি পোৱা নাই ; আন কি, দুয়োজনৰ সম্পৰ্কটো কি সিও মোৰ অজ্ঞাত। অনুগ্ৰহ কৰি আপোনালোকৰ অভিপ্ৰায় ব্যক্ত কৰিলে মযো আছে দান, নাই সমিধান দি লেঠাৰ হাত সাৰিব পাৰোঁ।"

গাভৰুৱে মাত লগালে,—"আপুনি নো ৰাৰু আমাৰ কি উদ্দেশ্য বুলি ভাবিছে ?"

মই ।—মই ভবাটো ক'ব নোখোজোঁ ; আকৌ বা ক'ত কি দায়-জগৰ লাগে । শেহত মান-হানিৰ গোচৰত চুচৰিব লগা হলে আমাৰ ফালে পৰালিয়েই পৰিব ।

গাভৰু ।—আপোনাৰ মনটো ইমান ঠেক হোৱা অন্ততঃ সময়োচিত হোৱা নাই ।

কথাযাৰত মোৰ কাণ বেজ-বেজাই গ'ল আৰু এই বাৰ বাজন চাই এপাট চোকা কাঁড় মাৰিবলৈ সাজু হলোঁ । এনেতে ডেকাই মোৰ মনোভাৱ বুজিয়েই নে কি সাউৎ কৰে কলে,—"আমি কংগ্ৰেচৰ ভলন্টিয়াৰ, স্বদেশী প্ৰচাৰৰ কাৰণে জিলাই জিলাই ঘূৰিছোঁ ।"

মই গাভৰুলৈ আঙ্গুলীয়াই সুধিলোঁ,—"এওঁ আপোনাৰ কি হয় ?"

ডেকা ।—বন্ধু ।

মই ।—এওঁ যে এনেকৈ অনাই-বনাই ফুৰিছে, এওঁৰ জানো ঘৰত কোনো নাই ?

গাভৰু ।—কিয় ? কোনোবা থাকিলে হবলা দেশৰ কাম কৰিব নাপায় ?

ডেকা ।—এওঁ এজন প্ৰধান মহিলা কৰ্ম্মী । এওঁৰ স্বামীও আছে, আৰু ল'ৰাছোৱালীও দুটি ।

মই ইমান বেলি নানা কল্পনা-জল্পনা কৰিও তেওঁক অধবা বা বিধবাৰ বাহিৰে আন কিবা বুলি ভাবিব পৰা নাছিলোঁ, এতিয়া সধবা বুলি শুনি নিতান্ত হতভম্ব হলোঁ ।

গাভৰুৱে কলে,—"বৰ্ত্তমান দেশৰ যেনে দুৰ্দ্দিন, ল'ৰা-ছোৱালী নাইবা স্বামীকে লৈ থাকিলেই কৰ্ত্তব্য কৰা নহয়। নিজৰ স্বাৰ্থ সমূলি এৰি দিব লাগিব; দেশৰ কাৰণে ল'ৰা-ছোৱালী, স্বামী, আন কি নিজকো বিসৰ্জ্জন দিব লাগিব।"

তেওঁৰ কথা শুনি বেচেৰা স্বামীডোখৰলৈ মোৰ বৰ পুতৌ জন্মিল। এজনী তিৰুতা আৰু সেই তিৰুতাৰ গৰ্ভজাত ল'ৰা-ছোৱালীৰ দায়িত্বখিনি গ্ৰহণ কৰাৰ বাহিৰে যে তেওঁৰ এই মহিলাৰ লগত আন কিবা সম্পৰ্ক আছে, তেনে মনে নধৰিলে।

মই ওঁ-আঁ একো নকৰি এনেকৈ চিন্তাৰ বৰ নৈত পাৰি দিবলৈ ধৰা যেন দেখি ডেকাই ক'লে—"এতিয়া সেইবোৰ বাজে কথা আলচ কৰাৰ প্ৰয়োজন নাই; আচল কথাত ধৰা যাওক।"

মই।—ধৰক, পুলকি নাযায় যদি ময়ো ধৰিম।

গাভৰু।—আমি সম্প্ৰতি আন কাম বাদ দি স্বদেশী প্ৰচাৰতে ঘাইকৈ ধৰিছোঁ। চাওক, বিদেশী বস্তু লৈ আমি বিদেশীক ধনী কৰিছোঁ, অথচ আমাৰ কোটি কোটি মানুহৰ খাব-পিন্ধিবলৈ নাই। সেই কাৰণে বিদেশী বস্তু বৰ্জ্জন কৰি স্বদেশীক সুবিধা দিলেই দেশৰ অৱস্থা উন্নত হব। যিদিনাই আমি সম্পূৰ্ণ স্বদেশী হ'ম, সেই দিনাই স্বৰাজ লাভ হব। এতিয়া আমি আপোনাৰ ওচৰলৈ অহাৰ উদ্দেশ্য এৱে, যে আমাৰ স্বদেশী প্ৰচাৰ কাৰ্য্যত আপুনি সাহায্য কৰিব লাগে। আমি শুনিছোঁ, এই ফালে আপোনাৰ বিশেষ প্ৰতিপত্তি আছে, আপুনি যত্ন কৰিলে ওচৰ চুবুৰীয়াৰ মাজত স্বদেশী প্ৰচলন সহজে কৰিব পাৰে।

মই আৰু নিজক চম্ভালিব নোৱাৰিলোঁ ; ইমান বেলি চেপি চেপেটাকৈ থোৱা হাঁহিটো কোন তলকত ওফন্দি উঠি হো-হো কৈ ওলাই আহিল, ক'বই নোৱাৰিলোঁ। বহুত বেলি হাঁহিৰ উপদ্ৰৱ চৰিল ; তেওঁলোকৰো সিফালে উচপিচনি লাগিল। লাহে লাহে হাঁহি জামৰি টোটোৰা পৰিলত ডেকাই ভয়ে ভয়ে সুধিলে,—"আপুনি হঠাৎ এনেকৈ হঁহাৰ কাৰণ কি ?"

গাভৰুৱে কলে,—"হয় আপোনাৰ কিবা মূৰৰ বিকাৰ আছে, নহলে আমাক অপমান কৰাই আপোনাৰ উদ্দেশ্য। নহলে মোৰ কথাত এনে কি আছিল, যাৰ বাবে আপোনাৰ নাহাঁহি থকা অসম্ভৱ হৈছিল।"

মই কলোঁ,—"ঠিক কৈছে, মোৰ মূৰৰ বিকাৰ থকাটোৱেই সম্ভৱ। নহলে নো মোৰ এই কুলক্ষণীয়া হাঁহিটো আজি কালিৰ কোনো কোনো বোৱাৰীয়ে ওৰণী-বাৰণী দলিয়াই পেলাই গাৰ বলেৰে সমাজত ওলোৱা দি, আপোনালোকৰ আগলৈ মোৰ হাক নামানি বলেৰে ওলাই আহিব কিয় ? আশা কৰোঁ, আপোনালোকে তাৰ বাবে মোক ক্ষমা কৰিব।"

গাভৰু।—বাৰু সেই কথাত নালাগোঁ। এতিয়া কওক, আমাৰ স্বদেশী প্ৰচাৰ কাৰ্য্যত আপুনি সাহায্য কৰিব নে নকৰে।

মোৰ দুৰ্দ্দান্ত হাঁহিটো আকৌ মতলীয়া হৈ উঠিল, কিন্তু আকৌ জগৰ লগোৱাৰ ভয়ত শৰীৰৰ গোটেইখিনি শক্তি প্ৰয়োগ কৰি কোনোমতে তাক লেকাম লগালোঁ। তাৰ পাচত কলোঁ,—"মাননীয় ডাঙ্গৰীয়া, আৰু মাননীয়া ডাঙ্গৰীয়ানী, মই আপোনালোকৰ

প্ৰশ্নৰ উত্তৰ দিবলৈ দেখোন ভাষাকে বিচাৰি পোৱা নাই। প্ৰথমতে মই বুজা নাই স্বদেশী বোলোঁতে আপোনালোকে কি বুজাইছে, আৰু আপোনালোকৰ স্বদেশ কোন থন ?

ডেকা।—কিয় ? স্বদেশ বুলিলে গোটেই ভাৰতবৰ্ষক বুজিব লাগিব, কংগ্ৰেচৰ সেয়ে সংজ্ঞা

মই।—তেন্তে যি স্বদেশী প্ৰচাৰ কৰিব খোজে, তেওঁ নিজেও স্বদেশী হোৱা উচিত।

গাভৰু।—নিশ্চয়। চাওক আমাৰ গাত বিদেশীৰ চিনমাত্ৰও নাই। হাত-ঘড়ীটো বিদেশী হয়, কিন্তু ভাৰতত পোৱা নাযায় দেখি হে তাক ব্যৱহাৰ কৰিব লগাত পৰিছোঁ। আমাৰ নানা ফালে নানা কাম, ঘড়ী নহলে নচলে।

মোৰ হাঁহিটোৱে আকৌ উখল-মাখল লগাই দিলে, তাৰ ফলত আকৌ পূৰ্ব্ববৎ অভিনয়ৰ সূত্ৰপাৎ। এইবাৰ তেওঁলোকৰ ৰবকৈ খং উঠিল; ডেকাজনে চুচুক-চামাক কৰিবলৈ ধৰিলে, কিন্তু গাভৰু গৰাকীয়ে ৰণচণ্ডী মূৰ্ত্তি ধৰি থিয় দিলে। মোলৈ চাই তেওঁ কলে,—"আপুনি ইমান অভদ্ৰ! ভদ্ৰমহিলাৰ সম্মান ৰাখিব নাজানে।"

মই।—সঁচা কথা স্বীকাৰ কৰিছোঁ; "সেৱকে যদি কৰে অপকাৰ, পায় অপযশে স্বামীক তাৰ।" মোৰ এই অভদ্ৰ হাঁহিটোৱে আৰু কেতিয়াবা অভদ্ৰ সঁচা কথাবোৰে মোকো যে অভদ্ৰ কৰি তোলে তাত মই আশৈ নামাতোঁ। সঁচা কথা ক'ব লাগিলে, ইহঁতক মই চম্ভালিব নোৱাৰোঁ। আজিকালি বাপেকে

পুতেকক, গিৰিয়েকে ঘৈণীয়েকক, গৃহস্থই চাকৰক, শিক্ষকে ছাত্রক চম্ভালিব নোৱাৰে ; মই নো এই আগ-গুৰি নোহোৱা হাঁহি আৰু হাড় নাইকিয়া জিভাখনক চম্ভালোঁ কেনেকৈ বাৰু ! আপোনালোক মহৎ, তাত নালাগিব ।

গাভৰু বহিল। মই লাহে লাহে কলোঁ,—"মই যেনেকৈ হাঁহিব নাজানো, তেনেকৈ কথা ক'বও নাজানো, সেই কাৰণে প্রথমতে কৈ লওঁ, যদি মোৰ কথাই জগৰ লগায়, আপনালোকে যেন ক্ষমা কৰিবলৈ নাপাহৰে। মোৰ কথা শুনক,—দেশক স্বদেশী কৰিবলৈ হলে প্রথমেই মানুহবোৰ স্বদেশী হোৱা প্রয়োজন, তাৰ পাচত হে স্বদেশী বস্তুৰ ব্যৱহাৰৰ কথা ভাবিব পাৰি ।

গাভৰু ।—তাৰ মানে ?

মই ।—প্রশ্ন নকৰি মোৰ কথা শেষ কৰিবলৈ দিয়ক। অকল মানে হে নালাগে ভাষ্য-টীকা সমন্বিতে শব্দাৰ্থ, গূঢ়াৰ্থ, ভাবাৰ্থ, পৰমাৰ্থ সকলো ওলাই পৰিব। প্রথমতে কওঁ, আপনালোক স্বদেশী প্রচাৰ কৰিবলৈ আহিছে, কিন্তু আপনালোকৰ গাত এনে কেটেহা বিদেশী গোন্ধ যে মোৰ নাকটো দীঘল নোহোৱা হলে সি কিজানি কুচি গৈ নোহোৱাই হলহেঁতেন । আপুনি খাদৰ পিন্ধিছে সঁচা, কিন্তু পিন্ধাৰ গঢ়, চলন-ফিৰণৰ ঠেও, এটাও দেশী নহয়। নিজৰ স্বামীক অকল খৰচ যোগোৱা আৰু ল'ৰা-ছোৱালীৰ পতি কৰাৰ বাবে দায়ী কৰি, নিজে গজলীয়া ডেকা এজনক সহচৰ কৰি লৈ ফুৰা, ডাক বঙ্গলাত ৰাত্রিযাপন কৰা আদি দস্তুৰ কোন দেশীয় স্বদেশী তাকোএবাৰ ভাবি চাবলৈ কওঁ । মুঠতে আপোনালোকৰ

শিক্ষা-দীক্ষা, ভাব-চিন্তা, চলন-ফিৰণ, আহাৰ-বিহাৰ, প্ৰেম-ভেম, লাহ-বিলাহ, ধৰ্ম্ম-কৰ্ম্ম, সকলোখিনি সাত সমুদ্ৰৰ সিপাৰৰ। এনেকৈ বিদেশীৰ ষোলকলা দোষেৰে দেহ-মন দূষিত কৰি যেতিয়া আপোনালোকে স্বদেশীৰ কথা কয়, তেতিয়া মোৰ হাঁহি বিদ্ৰোহী হোৱাত বিচিত্ৰতা একো নাই। যদি স্বদেশী প্ৰচাৰ কৰিব খোজে, তেন্তে ধৰ্ম্ম-কৰ্ম্ম, আহাৰ-বিহাৰ, আচাৰ-বিচাৰ সকলোতে আগ ধৰি স্বদেশী হৈ লওক। তাকে নকৰি, যদি এই গঢ়েৰেই চলে, আৰু আপোনালোকৰ আৰ্হিতে সকলো চলিবলৈ যায়, তেন্তে অলপ দিনৰ পাচত স্বদেশীৰ "স্ব" টো পৰ্য্যন্ত য়ুৰোপ কি আমেৰিকাত বিচাৰি যাব লাগিব।

মই ইমানখিনি পাওঁতেই গাভৰুৱে ডেকাজনক কলে, "আহাঁ, ইয়াত বোৱাৰ আৰু সকাম নাই। এওঁৰ মস্তিষ্ক বিকৃত হৈছে, বলিয়াৰ লগত তৰ্ক কৰাৰ পৰা লাভ কি?" এই বুলিয়েই গাভৰু ভোঁ-ভোঁৱাই ওলাই গ'ল। নিতান্ত নিৰীহ প্ৰভুভক্তটিৰ দৰে ডেকাজনেও তেওঁৰ পিচ ললে। ময়ো এই ছোৱা ব্ৰেকেটৰ ভিতৰত থৈ, যতে এৰিছিলোঁ তাৰে পৰা মোৰ কাম আৰম্ভ কৰি দিলোঁ,—অৰ্থাৎ লগুৱাই নতুনকৈ লগাই অনা ধপাত চিলিমৰ সদ্ব্যৱহাৰ কৰি আলহীয়ে এৰি থৈ যোৱা শিয়াল-কাঁটহীয়া গোন্ধ আঁতৰাই ধপাতৰ ফুৰফুৰীয়া গোন্ধেৰে চৰাঘৰ ভৰাই পেলালোঁ।

---

# কাহিনী—নম্বৰ পাঁচ।

## কলেৰা নিবাৰণ।

( ১৮৪৮ শক )

এসময়ত গাৱঁত কলেৰা হৈছিল। তাকে দেখি গাৱঁৰ কেইজনমান মুখিয়াল মানুহে বেমাৰ খেদাবৰ মনেৰে কিবা পূজা এভাগ কৰিবলৈ স্থিৰ কৰি বৰঙনি তোলাত লাগিল। মোৰ ওচৰলৈ ধন বিচাৰি আহিলত মই তেওঁলোকক সুধিলোঁ,—"পূজা কৰাৰ পৰা কি লাভ হয় ?"

তেওঁলোকে কলে,—"কিয়, গাৱঁত কলেৰা হৈ কিমান মানুহ মাৰিছে আপুনি জানো দেখা নাই! ইমানতো পূজা নাপালে গোসাঁনীয়ে কাকো শুদাই নেৰে।"

মই কলোঁ,—"তেন্তে ৰাইজে ক'ব খোজে নে কি যে আমাৰ গাৱঁলীয়া ভদাই গাওঁবুঢ়া, নদাই বায়ন আদি মেল্‌কী, নাইবা চৰকাৰৰ ঘৰৰ অনাহাৰী হাকিম গোবৰ্দ্ধন শৰ্ম্মা অথবা শান্তিৰক্ষক দুৰ্জ্জন চিঙৰ দৰে গোসাঁনীয়েও ভেঁটী খাবলৈ নাপালে ভেটি খানিবৰ চেষ্টাত থাকে, আৰু খাবলৈ পালে মোৰ পো আৰু খাবলৈ নাপালে চোৰ পো বুলি সাব্যস্ত কৰে ? সঁচাকৈয়ে গোসাঁনী যদি আই-মাতৃ হলহেঁতেন, তেন্তে তেওঁ খাবলৈ নাপালেও বিনা

দোষত সন্তানৰ ঘাৰ মুচৰিবৰ কাৰবাৰ নকৰিলেহেঁতেন। এতেকে আপোনালোকে যেনে গোসাঁনীৰ কথা কৈছে তেনে গোসাঁনীক কাটন বেজ লগাই দূৰতে বিদূৰ কৰি লঙ্কালৈ পঠিওৱাটো হে মোৰ মতলব। ভেঁটী খোৱাটো যেনে পাপ, ভেঁটী দিয়াটো তাতোকৈ ডাঙ্গৰ পাপ। অকল পাপেই নহয়, অপৰাধো। আপোনালোকে দণ্ডবিধি আইনত পকা চাই উকীল এজনক সুধিলেই মোৰ কথা সঁচা নে মিছা গম পাব। এতেকে আপোনালোকে বেয়া পালেও মই ধন দি মহাপাপ কিনিবলৈ, নাইবা ফৌজদাৰীত অভিযুক্ত হবলৈ প্ৰস্তুত নহওঁ; বৰং তেওঁক সুবিধাকৈ পোৱা হলে বগা ঘৰত ভাত খুৱাই পাপৰ পৰাচিত কৰিবলৈ বাট উলিয়াই দিলোঁহেঁতেন।

মোৰ উত্তৰ শুনি তেওঁলোকে মোক পগলা বুলি কিবা-কিবি কৈ ভটা-গুটি যোৱা দি ভোঁ ভোঁ কৰে গুচি গ'ল; মোৰো ধন, ধৰ্ম্ম—দুয়োটা ৰক্ষা পৰিল।

---

# কাহিনী—নম্বৰ ছয়।

## ছৰ্দ্দা-আইন।

(১৮৫৬ শক)

হৰিবিলাস ছৰ্দ্দাই আইনৰ হেঙ্গাৰেবে কেচুৱা ছোৱালীৰে গৃহবাস কৰাৰ বাট মাৰি দেশত নোহোৱা নোপজা হুলস্থুলৰ সূত্ৰপাত কৰিলে। নানা ঠাইত নানা সভা-সমিতি, মেল-দোৱান,

ফুচফুচীয়া মেল পাতি নানা জনে চিঞৰ-বাখৰ কৰিছে,—“ছৰ্দ্দাই পৰ্দ্দা ফাঁক্ কৰি মানুহৰ জাত-কুল তো মাৰিলেই, ধৰ্ম্ম-কৰ্ম্মও ৰসাতললৈ নিলে; ৰসাতললৈ নহলেও অন্ততঃ কলতল বা বাঁহতললৈ যে নিলে তাত সন্দেহ নাই।” কত সভা-সমিতিত যে এই আইনৰ বিৰুদ্ধে কথন-মথন, তৰ্ক-বিতৰ্ক কৰি হৰিবিলাস ছৰ্দ্দা আৰু তেওঁৰ সমৰ্থক দলক অন্ততঃ বক্তৃতাৰ ঢেকি-ঠোৰাৰে ঘুগুলা-পচলা কৰিছে, তাৰ হিচাপ দিবলৈকো এজন চিত্ৰগুপ্তৰ শাৰীৰ কাকতী লাগিব। সেইবোৰলৈ সম্প্ৰতি নগৈ ইয়াকে মাথোন কওঁ, যে সৌভাগ্যৰ গুণতেই হওক, বা দুৰ্ভাগ্যৰ দোষতেই হওক, সিদিনা এনে এখন মেলত সোঁ-শৰীৰে উপস্থিত হৈ ময়ো চেল-বেলাৰ লগাত পৰিছিলোঁ।

মেলখনৰ নাম আছিল ব্ৰহ্মসভা অৰ্থাৎ হেনো বামুণীয়া মেল। ই বহিছিল এটা স্কুলঘৰৰ সমুখৰ বাকৰিত; আলোচ্য বিষয় আছিল ছৰ্দ্দা আইন। মই সেই সভাৰ সভ্যও নাছিলোঁ, নিমন্ত্ৰণ পোৱাও নাছিলোঁ, আৰু তালৈ বুলি যোৱাও নাছিলোঁ; গৈছিলোঁ নিজৰ কামত, আৰু সভা বহা ঠাইৰ ওচৰতে দীঘল দি পৰি থকা আলিটোৱে দি। মুকলি বাকৰিৰ মাজত এওঁলোকে কিবা খাদ্য বস্তুকে বেঢ়ি লৈছে, নে কিবা অখাদ্যৰ সন্ধানতে লাগি গৈছে সেইটো স্থিৰ কৰিবলৈ গতিৰোধ কৰা মাত্ৰকে তেওঁলোকৰ দলৰ এজন কুঁজীডাহটো অহা দি আহি মোৰ গাত পৰিলহি, মই হেনো তেওঁলোকৰ মেলৰ ভাগ ল’ব লাগে। লগে লগে মেলৰ বিষয়টোও বিবৰি ক’লে। মোৰ যদিও তেতিয়া সময়

নাছিল, তথাপি এই ডাঁহটোৰ কামোৰ এৰাব নোৱাৰি দলৰ ভিতৰৰ এজন হৈ পৰিলোঁ।

তেওঁলোকৰ সভাৰ কাৰ্য্য তেতিয়া বাঢ়নী পানীৰ সোঁত বোৱা দি বৈ আছিল। আগছোৱা মোৰ চকু-কাণ নোছোৱাকৈয়ে পাৰ হল; গতিকে সি কেইখন গাওঁ ভাঙ্গিলে, আৰু কেইখন পাতিলে, কিমান ৰৌ-বৰালি আনি ভকতসকলৰ জোলোঙাত সুমাই দিলে, তাক ধৰা পেলাবৰ সুযোগ নহল। মই সোমোৱাৰ সময়ত এজন বৃদ্ধৰ বক্তৃতা চলি আছিল। বক্তাৰ মাতটো যদিও কঁপি কঁপি হে ওলাইছিল, তথাপি স্মৃতিৰ বচনবোৰ তেওঁৰ মুখত আখৈ ফুটা দি ফুটিছিল।

তেওঁ গাইছিল,—

অষ্টবৰ্ষা ভৱেৎ গৌৰী নৱবৰ্ষা তু ৰোহিণী।
দশমে কন্যকা প্ৰোক্তা অত উৰ্দ্ধং ৰজস্বলা॥
পিতা চৈৱ মাতা চৈৱ জেষ্ঠ ভ্ৰাতা তথৈৱচ।
ত্ৰয়স্তে নৰকং যান্তি দৃষ্ট্বা কন্যাং ৰজস্বলাম্॥

এতেকে দহ বছৰৰ ভিতৰতে যি ছোৱালী বিয়া নিদিব, তাৰ জাত-কুল, ধৰ্ম্ম-সমাজ সকলো গ'ল; সিপুৰীতো তাৰ ঠাই নৰকত। আইন কৰিলে বুলিয়েই আপোনলোক নৰকলৈ যাবলৈ ওলাব নে? নহয়, সেইটো হব নোৱাৰে। আহক, আমি সকলো একমুঠ হৈ লাগি যাওঁ; যেতিয়ালৈকে এই আইন ৰদ নহয়, ছৰ্দ্দাৰ মুণ্ডপাত নহয়, তেতিয়ালৈকে খাৱন-শোৱন এৰি আন্দোলন চলাওঁ। জৰিমনা কৰে, ফাটকত দিয়ে, কলীয়া

পানীলৈ নিয়ে, নাইবা ফাঁচী, বৰশী যিহতে দিয়ে দিওক, তথাপি ধৰ্ম্মৰক্ষাৰ নিমিত্তে, নৰকৰ হাত সাৰিবৰ নিমিত্তে, আমি এই আইন অমান্য কৰিব লাগিব।”

বক্তৃতাৰ ওৰ পৰিলত বক্তা মহাশয় ভূমিষ্ঠ হল, কিয়নো তাত ভূমিৰ বাহিৰে আন আসনৰ ব্যৱস্থা নাছিল। তেওঁ বহাৰ লগে লগে এজাউৰি হাত চাপৰিয়ে ঠাইডোখৰ কঁপাই পেলালে।

আকৌ এজন বক্তা উঠিল। তেওঁ কলে,—“পূৰ্ব্ব বক্তাৰ কথাখিনি যে গাজত লগা আৰু শাস্ত্ৰৰ উমনিৰ পৰা জগা, তাত কোনো সন্দেহ নাই। কিন্তু কি হ'ব, দেশৰ গৰাকী-সকলে সমাজৰ গুৰিয়ালসকলৰ ওচৰত বুদ্ধি পৰামৰ্শ কেতিয়াও নিবিচাৰে; যাৰ কোনো সমাজ নাই, নাইবা যি এপাচি-এপাচি ৰাইজৰ ধনেৰে বৰমানুহ বোলাই দপ-দপাই ফুৰে, সেই মেলেছ-বিলাকৰ কথাকে সাৰোগত কৰি লৈ আইন কৰি ধৰ্ম্মৰ পথত চলা লোকসকলকো টানি আজুৰি নৰকলৈ নিবলৈ কাৰবাৰ কৰে। তেনে আইন নামানিলেও ৰক্ষা নাই, মানিলেও ধৰ্ম্ম-কৰ্ম্ম সকলো এৰিব লগাত পৰে। এতেকে, এতিয়া এনে এটা উপায় উলিয়াব লাগে, যাতে মিতিৰো ৰয়, চাউলো সিজে। আমাৰ শাস্ত্ৰত আছে, কোনো ছোৱালীৰ বাল-বৈধব্য যোগ থাকিলে কোনো দেৱমূৰ্ত্তিৰ লগত বিয়া দি সেই দোষ খণ্ডাব পাৰি, পাচত মানুহৰ লগত বিয়া দিলেও বৰীয়া নহয়। এতিয়া সেই নিয়মকে ইয়াতো খটালেই দুয়ো কুল ৰক্ষা পৰে। দেৱতাৰ ভিতৰত বিষ্ণুৱেই শ্ৰেষ্ঠ; দেৱতা-দানৱ, মানুহ-গৰু, কুকুৰ-মেকুৰী, ঘট-

পট, গছ-লতা, পটা-গুটি, ঢেকিঠোৰা আদি সকলোৰেই বিষ্ণুৰ মূৰ্ত্তি। এতিয়া মানুহৰ বা জীৱিত প্ৰাণীৰ লগত বিয়া দিলে আইনে জগৰ ধৰিব, কিন্তু শিলগুটি-পটাগুটিৰ লগত বিয়া দিলে কোনেও 'হোঃ চেলা' বুলিব নোৱাৰে ; অথচ এইবোৰকে আগত লৈ "বিষ্ণু-স্বৰূপায় বৰায়" বুলিবলৈকো চল আছে। সেই কাৰণে মই প্ৰস্তাব কৰোঁ, পটাগুটি আদিৰ লগত বাল্য বিবাহ পাতি নৰকৰ পৰা উদ্ধাৰ হওঁ, আৰু মানুহৰ লগত যৌৱন-বিবাহ দি আইনৰ দোষৰ পৰাও সাৰোঁ। মই ডাঠি কওঁ, ইয়াতকৈ ভাল উপায় আপনালোকে আৰু বিচাৰি নাপায় ; এতেকে সকলো মোৰ লগতে একে গুৰুঘৰৰ ভকত হওক।"

এওঁ ভূমিষ্ঠ হওঁতে কিন্তু দহজনৰ অধিক লোকক চাপৰি বজোৱা দেখা ন'গল। অনুমানত বুজিলোঁ, এই দহ জনৰ বিয়া দিব লগা ছোৱালী আছে।

মই এওঁলোকৰ গঢ়-গতি চাই, কেতিয়া সভাখন ভাগিব তাকে ভাবি উচপিচাই আছিলোঁ, এনেতে সভাপতি ডাঙ্গৰীয়া উঠি প্ৰস্তাব কৰিলে,—"মোৰ বিশ্বাস আচাৰ্য্য মহাশয়ৰ মতামত এই বিষয়ে বিশেষ কাৰ্য্যকৰী হ'ব। সেই কাৰণে মই অনুৰোধ কৰোঁ, তেখেতে যেন তেখেতৰ বহুমূলীয়া উপদেশেৰে আমাক কৃতাৰ্থ কৰে।"

সৰ্ব্বনাশ ! মই তো এনে আপদত পৰিম বুলি ভবাই নাছিলোঁ ! এতিয়া কৰোঁ কি ! এফালে মোৰ মুখ মেলিবৰ মতলব নাছিল ; আনফালে আৰু পলম হ'লে মই যি কামত আহিছিলো

সিও পণ্ড হয়। তথাপি সমাজৰ ওচৰত অপদস্থ হোৱাৰ ভয়ত থিয় হৈ আৰম্ভ কৰিলোঁ,—"সভাপতি ডাঙ্গৰীয়া, আৰু মোৰ বৰ ডেকা সৰু ডেকা বান্ধসকল, মই যদি আগেয়ে জানিলেঁাহেঁতেন যে আপনালোক ইয়াত মেলত বহিছে, আৰু এই বাটে দি অহা কাৰবাক পালেই ধৰি আনি জবাই কৰিব, তেতিয়া কোন গোসাঁয়ে মোক এইটো বাটে আনিলেহেঁতেন! কিন্তু কপালৰ লিখন ক'ত খণ্ডন যাব! কপালত এই ফেৰা লটি-ঘটি আছিল যেতিয়া সি ঘটিবই। সভাসমিতিত এনেয়ে মোৰ বক্তৃতা দিয়া অভ্যাস বৰকৈ নাই, তাতে বক্তৃতা দিব লাগিব বুলি আগ ধৰি গমো নাপালোঁ। পোৱা হলে, নিজে নোৱাৰিলেও কোনো কোনো কাউন্সিলৰ মেম্বৰে লোকৰ হতুৱাই বক্তৃতা লিখাই ফৰ-ফৰাই গাই দিয়া দি, ময়ো কাৰবাৰ হতুৱাই এহালিচামান বক্তৃতা তিনি চহ বোৱাই মৈয়াই তহিলং কৰি আনি ইয়াত মেলি দিলোঁহেঁতেন অৰ্থাৎ চমুকৈ কবলৈ হলে মুখস্থ কৰি আনি উকলিয়াই দিলোঁহেতেন। এতিয়া সেই অনাও দেলে যেতিয়া, অকল নিজৰ ফটামুখৰ বলৰেই বৰ মতা বোলাব লগাত পৰিলোঁ। জয়জয়তে কওঁ, যে আমাৰ এজন বক্তাৰ মুখত শাস্ত্ৰৰ 'চোলোখ' আখৈ ফুটা দি ফুটিছিল, কিন্তু স্মৃতি শাস্ত্ৰবোৰত তেওঁ মতাবোৰৰ সতিনীয়েক বহুতো আছে। কোনোবাই সেইবোৰ উলিয়াই দিবৰ হলে সিহঁতে বক্তাৰ বক্তৃতাৰ লগত চুলিয়াচুলি লগাই এই ঠাইক যে কাউৰীৰ বাহ কৰিব, তাত সন্দেহ নাই। মই নমুনা-স্বৰূপে তাৰে কঠালগুটীয়া এটি মাথোন অঙ্গুলীয়াই দিওঁ :—

কামমামৰণাত্তিষ্ঠেদ্‌গৃহে কন্যর্ত্তুমত্যপি।
ন চৈৱৈনাং প্ৰযচ্ছেদ্বৰায় গুণহীনায় কৰ্হিচিৎ॥ মনু।

মুঠ কথা, হিন্দুশাস্ত্ৰ বেশ্যাৰ দৰেই উদাৰ, ই কাকো বঞ্চিত নকৰে। যাক যি লাগে সি তাকেই পাব। এতিয়া আমাক কোনটো লাগে সেইটোৱেই হৈছে প্ৰশ্ন। যদি বাল্যবিবাহ লাগে, তেন্তে যৌৱন-বিবাহৰ শ্লোকবিলাক আৰু বিয়াৰ বিধিখন প্ৰক্ষিপ্ত বুলি ফটা কাকতৰ পাচিত থ'ব লাগিব, আৰু যদি যৌৱন বিবাহ লাগে, তেন্তে বাল্যবিবাহ সমৰ্থন কৰা শ্লোকবিলাকৰো একে গতি সাধিব লাগিব। এতিয়া আজিৰ সভাত কোনটো গ্ৰহণ কৰা প্ৰয়োজন তাক কোৱাৰ আগতে সমজুৱাসকলক এবাৰ পিয়ল কৰি চোৱা উচিত। মই হিচাপ কৰি পাইছোঁ, সভাত উপস্থিত সমজুৱাৰ লেখ তিনিকুৰি তিনি। তাৰ ভিতৰত বিয়া নোহোৱা ডেকাৰ সংখ্যা এঘাৰ; আঢ়ৈ কুৰি তিনিকুৰি বছৰৰ ভিতৰত বৰলা ভাত খোৱা উনৈশজন। বাকী একুৰি তেৰজনৰ ভিতৰত একুৰি মোৰ অচিনাকি। অৱশিষ্ট তেৰ জনৰ মাথোন গৃহিনীসকল সধবা অৰ্থাৎ স্বামীৰ লগতে বৰ্ত্তমানা। এতিয়া এই কথাকেইটা ভালকৈ চালি জাৰি চালেই এই সভাৰ প্ৰয়োজন কি হোৱা উচিত ওলাই পাৰিব।

(১) যি সকল আবিয়ৈ ডেকা ইয়াত উপস্থিত আছে তেওঁ-লোকৰ সৰহ ভাগৰ ঘৰৰ কথা মই জানো। ভগা বাৰৰ অনুগ্ৰহত তেওঁলোকৰ সদায় কুকুৰে চৰু ছোৱে। সকাম-নিকাম, দান-দক্ষিণাৰ বিষয়তো তেওঁলোক চাপত গজা বিধৱ। সেই কাৰণেই তেওঁ-লোকৰ গাত এতিয়াও মাহ-হালধি সানিব পৰা নাই। আশা এয়ে,

যে কেতিয়াবা নিওঁতা নোহোৱা অৰক্ষণীয়া ছোৱালী ওলাই তেওঁ লোকক মালা দিয়েই কি জানি। যদি ছৰ্দ্দা আইন চলি যায়, তেন্তে এওঁ লোকে গৃহাশ্ৰমৰ চাৰি ঢাপৰ বাহিৰতে খাৰলি খাব লাগিব।

(২) বৰলা বৰডেকাসকলৰ আন নহলেও তামোল খুন্দিবলৈকে-একো গৰাকী আইদেউৰ প্ৰয়োজন। কিন্তু বাল্য-বিবাহৰ জালখন ফাটি গলে, ৰাঘ-বৰালি ধৰাৰ আশা তো নায়েই, আন কি, কাণী পুঠী ধৰাৰো মূৰ মৰিব। সেই কাৰণে বালিকা-বিবাহৰ ফটা জালখন ভালকৈ বাটি-বুটি লৈ খেও মৰা তেওঁলোকৰ কৰ্ত্তব্য।

(৩) উপস্থিত সপত্নীক সমজুৱা কেইজনৰো সৰহ ভাগৰ যে সুবিধা পালে আকৌ হোমত বহিবৰ মন, তাকো অনুমানত বুজা গৈছে। কিন্তু কেচুৱা ছোৱালীৰ বিয়া বন্ধ হলে তেওঁলোকৰ ভাগত ফুটুকাৰ ফেনসোপাৰ বাহিৰে আৰু কিবা পৰিব বুলি বুজা নাযায়।

(৪) অচিনাকি কেইজনো যে এই তিনি শ্ৰেণীৰে কোনো না কোনো শ্ৰেণীত পৰিব, তাক বিশ্বাস কৰিবলৈ যথেষ্ট কাৰণ আছে।

ডাঙ্গৰীয়া সকল, বেয়া নাপাব, মই যিটো বুজোঁ তাকেই কওঁ, তেহেলেই বামুণেই মৰক, বা লগুণেই ছিগক। চাওক, যিসকল লোকৰ বাল্যবিবাহেই হওক বা যৌৱন বিবাহেই হওক, দুয়োটাতে সমানে কাম চলে, তেওঁলোকৰ এজনো ইয়াত উপস্থিত হোৱা নাই। উপস্থিত হৈছে, যাইকৈ সৰু ছোৱালীৰ বিয়াৰ নিয়ম নাথাকিলে যিসকলে বৰলা ভাত খাই থাকিব লগাত পৰিব।

মুঠতে, শাস্ত্ৰ-ভাগৱত, যুক্তি-তৰ্ক সকলোৱে মূলত একেটা কথা,— প্ৰয়োজন। আজিৰ বক্তাসকলৰ বক্তৃতাতো মই সেই একেটা সিদ্ধান্তকে হে পাইছোঁ। প্ৰথম বক্তাৰ বয়সে তেওঁক আৰু মহা-হালধি সানিবলৈ নিদিয়ে। ইফালে ঘৰখনত ল'ৰা বুলিবলৈ তেৱেঁই, আৰু ছোৱালী বুলিবলৈকো তেওঁৰ বুঢ়ীয়েই সাথোন। সেই কাৰণে তেওঁ পোনেই আইন অমান্যতে ধৰিছে, কিয়নো তেওঁ আনক উচটাই দিয়াৰ বাহিৰে নিজে কেতিয়াও আইন অমান্য কৰিব লগাত নপৰে। দ্বিতীয় বক্তাৰ ছোৱালী আছে, সেই দেখি তেওঁ প্ৰথম বক্তাৰ কথাত হয় দিবলৈ সাহ কৰিব পৰা নাই। ইফালে, সমাজলৈ কো ভয়। সেইদেখি মানুহৰ ছোৱালীক শিলগুটি পটাগুটি, ঢেকিঠোৰা, খুন্দনা আদিৰ লগত বিয়া দি শাস্ত্ৰ আৰু আইন দুয়োকে ফাঁকি দিবৰ ফিকিৰ বিচাৰিছে। ইয়াতকৈ জঘন্য প্ৰস্তাৱ যদিও হব নোৱাৰে, তথাপি নিজৰ ফালৰ পৰা তাত তেওঁৰ প্ৰয়োজন আছে।

মুঠতে সমাজ আৰু ধৰ্ম্ম-সম্বন্ধীয় বিষয়ত যাৰ যিটো প্ৰয়োজন তাক তেনে আইনকে লাগে। আজিৰ মেলৰ মেলুৱাইসকলৰ প্ৰয়োজনলৈ চাই ছোৱালীৰ বিয়াৰ বয়স দুই বা তিনি বছৰ হলেই যথেষ্ট হয়। সেই কাৰণে মই কওঁ, মিছাতে শাস্ত্ৰবিলাক আজুৰি-পিজুৰি তাৰ জয় ঘণ্টা নালাৰিব; আপোনালোকৰ যিহৰ প্ৰয়োজন তাক সিদ্ধ কৰিবলৈ আয়োজন কৰক। তিৰুতাৰ সুবিধা-অসুবিধা ইয়াত নাভাবিলেও হ'ব; কিয়নো, ইয়াত কোনো তিৰুতা উপস্থিত নাই।

এইখিনি কথা আপোনালোকৰ প্ৰয়োজনলৈ লক্ষ্য ৰাখি হে কৈছোঁ। এতিয়া মোৰ নিজা কথাৰে তাৰ বাও খুৱাই নিদিলে সি লঠা হৈ থাকিব। সেই কাৰণে সামৰণিত মই কওঁ, যে অসম দেশৰ নিমিত্তে ছৰ্দ্দা আইনখন ভোমোলা বিন্ধা ওলোৱা পৰ্দ্দাতকৈও অধম। যেনেকৈ ভিতৰ-সুন্দৰীসকলে আলিবাটৰ মানুহৰ ওপৰত পেলোৱা দৃষ্টি তেনে পৰ্দ্দাই ৰোধ কৰিব নোৱাৰে, তেনেকৈয়ে ছৰ্দ্দা আইনে অসমৰ বাল্য-বিবাহৰ বাটত যিমানেই হেঙ্গাৰ ধৰক, কাকো বাধা দিব নোৱাৰে। ভাৰতবৰ্ষৰ বহুত ঠাইত ওপজা দিনাৰে পৰা আৰম্ভ কৰি দহ বছৰলৈকে ছোৱালী বিয়াত বহে; সেই কাৰণে ছৰ্দ্দা আইনৰ চোকা টেকেলাই সিহঁতৰ অতি সহজে ধৰিব পাৰে। দুই চাৰি বছৰীয়া ছোৱালী যে চৈধ্য বছৰীয়া নহয়, তাক প্ৰমাণ কৰিবলৈ হাবাথৰি খাব নালাগে। আমাৰ দেশৰ কথা বেলেগ। ইয়াত অব্ৰাহ্মণৰ কথাই নাই, ব্ৰাহ্মণৰ ঘৰতো ছোৱালী এঘাৰ বছৰৰ পৰা কুৰি বছৰলৈকে ( পিচৰতো অৱশ্যে ধনীৰ ঘৰত ) বালিকা হৈ থাকিয়েই বাল্যবিবাহ পুণ্য অৰ্জ্জনত মাক বাপেকক সাহায্য কৰে। সেই কাৰণে, চৈধ্যৰ ওপৰলৈ উঠা-সকলে নিশ্চিন্ত মনে ছৰ্দ্দা আইন পাৰি বহিব পাৰে, আৰু এঘাৰ-বাৰ বছৰীয়াৰো হিচাপত চৈধ্য বছৰ তিনি মাহ উলিয়াই দিলে কাৰো আপুটিয়েকে নহয় বুলি শপত খাবলৈ গাত লব নোৱাৰে। চাই থাকোঁতেই একোজন দোকানীয়ে চৈধ্য-পোন্ধৰ ছটাকক পূৰা এসেৰ বুলি চলাই দিয়ে, তথাপি ভেবাৰাম গ্ৰাহকে তাক ধৰিব নোৱাৰে; তেনেস্থলত, দুই এবছৰৰ হেৰ-ফেৰ আবিষ্কাৰ কৰা ছৰ্দ্দা

আইনৰ শক্তিৰ ভিতৰত নহয়। মুঠতে কওঁ, ভাবি-চিন্তি টোপনি খতি কৰাৰ সকাম নাই, অসমত বাল্যবিবাহ আৰু ছৰ্দ্দা আইন দুয়ো হাতত ধৰাধৰিকৈ চলিব পাৰে। অসমত ছৰ্দ্দা আইন ফৰ্দ্দা আইনৰ কোনো প্ৰয়োজন নাই। যদি নিতান্ত আইন নকৰিলেই নহয়, তেন্তে "চৈধ্য বছৰীয়া" গুচাই "পুষ্পৱতী" বা "যুৱতী" কৰক; তেতিয়া হ'লে আইনৰো মৰ্য্যাদা ৰয়, ছোৱালীৰো জন্মৰ সাৰ্থকতা হয়।

দেউসকল, আপোনালোকৰ চাগৈ কাণৰ খজুৱতি উঠিছে গৈ। আন ফালে, মোৰ ইয়াত বহুতো পলম হ'ল; যি কামত আহিছিলোঁ, সি কিজানি ফাকতে সাৰিল। যি কি নহওক, ইমানতে বিদায় হে মাগিলোঁ।"

এইদৰে কৈয়েই মই নবহাকৈয়েই গন্তব্য স্থানলৈ খোজ ললোঁ। সভাত কি প্ৰস্তাব গ্ৰহণ কৰা হ'ল তাৰ সংবাদ পোৱাও নাই, লোৱাও নাই।

---

# কাহিনী—নম্বৰ সাত।

## সনাতন ধৰ্ম্ম।

( ১৮৫৬ শক )

চাৰিওফালে বিয়াগোম ঢৌ উঠিছে—মহাত্মা গান্ধীয়ে বোলে সনাতন হিন্দুধৰ্ম্মৰ দহা-কাজ, সপিণ্ডীকৰণ আদি সকলোখিনি শেষ কৰিবলৈ কঁকালত টঙ্গালী বান্ধি লাগিছে ; বামুণ-চঁৰাল, পণ্ডিত-মূৰ্খ, ধাৰ্ম্মিক-মেলেছ সকলোকে একেটা বৰ সবাহতে সুমাই দি নামকীৰ্ত্তন কৰোৱাই সনাতন হিন্দু সমাজৰ ৰাজহুৱা নাম ঘৰৰ মূধলৈকে হেনো অশুচি কৰি দপদপাই ফুৰিছে। ৰেল-জাহাজ, হোটেল-ডাকবঙ্গলা আদিত আহাৰ-বিহাৰ কৰি; কেকোৰা-ভেকুলি আদিৰ পৰা সডিম্ব ৰাম পাৰলৈকে খাদ্য, হুইস্কি, ব্ৰাণ্ডি, চেম্পেইন, লাওপানী আদিলৈকে পানীয় আৰু অন্যান্য চৰ্ব্ব্য-চুষ্য-লেহ্য-পেয় উদৰস্থ কৰিও হিন্দুৱে যি ফেৰা ধৰ্ম্ম ৰক্ষা কৰিছিল, গান্ধীৰ প্ৰতাপত সিও বোলে যায় যায়! গান্ধীয়ে বোলে অকল মানুহৰ জাত-কুল মৰিয়েই এৰা নাই, দেৱতাৰো জাত মাৰি আনিছে। মই এইবোৰ কথা জানিলেও বিশেষ কাণসাৰ কৰা নাছিলোঁ; কাৰণ মোৰ হাঁহেৰেও ভাল, মাহেৰেও ভাল। কিন্তু কাণসাৰ নকৰিলেই যে আহুকালবিলাকো আঁতৰি থাকিব, সেইটো আশা কৰাই ভুল। সংসাৰত থাকিলে যে কত নোহোৱা-নোপজা, নভবা-নিচিন্তা ঘটনাৰ লগত সমুখা-সমুখি হব লগা হয়, তাক সংসাৰত থকা বগাই-কলাইৰ

পৰা আৰম্ভ কৰি শ্ৰীৌ গোবৰ্দ্ধনানন্দ শাস্ত্ৰবাৰিধি নাইবা ৰাজা বাহাদুৰ বিন্ধ্যনন্দন হ স্তীলৈকে সকলোৱে জানে। মোৰো দৈব-দুৰ্ব্বিপাকত সিদিনা তেনে দশাই হৈছিল।

ডুপৰীয়া গাটো তিয়াই গোসাঁই-ঘৰত সোমাওঁ বুলি গৈছোঁ মাথোন, এনেতে এদল মানুহ আহি মোৰ চৰা ঘৰত সোমাই চিৰুব-ৰাখৰত তলত মাটি ওপৰ কৰি পেলালে। মই বিপদ গণিলোঁ। সিফালে বাড়ি থোৱা ভাত-আঞ্জাই খাহি খাহি বুলি মাতিব লাগিছে, কেনেকৈ গোসাঁই-সেৱাফেৰা সমাপন কৰি পেটৰ জুই আৰু মুখৰ লালটিৰ শাম কটাম তাকে ভাবি মন উদ্ধাউল হৈ উঠিছে, এনে সময়ত এই নভবা-নিচিন্তা আহুকাল! সেই হে একো একোবাৰ বানপ্ৰস্থী হবলৈকে মন যায়। ইমান দিনে কিজানি হলোৱেইহেঁতেন, মুঠেই বনত ৰাতিপুৱা-আবেলি চাহ-জলপান, ডুপৰীয়া-গধুলি ভাত-মুঠি, আৰু ঘাইকৈ ডাবেপতি একো চিলিম ধপাতৰ যোগাৰ কেনেকৈ হব, তাৰ কোনো ব্যৱস্থা স্থিৰ কৰিব নোৱৰাত হে ঘঁৰে মানুহ ত'তে থাকিব লগাত পৰিছোঁ। মই উমানতে বুজিলো, এই দল সনাতনী কোদো, কাৰবাক বিন্ধিবলৈ ইহঁতৰ হুলবিলাক শানত দি ফুৰিছে। এনে অসময়ত এনেকৈ এই বাহ কোদো সোমোৱা দেখি মোৰ মনটো কোঁচ-মোচ খাই গ'ল, পেটে পেটে যে খং উঠা নাছিল, সিও নহয়। সি যি কি নহওক, মনৰ ভাবটো চেপি ৰাখি প্ৰশ্ন কৰিলোঁ,—"আপোনালোক কলৈ যায়?"

দলৰ মুখিয়াল জনৰ নাম ভোকোন্দাই অধ্যাপক; তেওঁ কলে,—"আপোনাৰ ওচৰলৈকে আহিছোঁ।"

মই।—এই অসময়ত ?

অধ্যাপক।—জোৰ পুৰি ৰবলাৰ হাত পালেহি, এতিয়া আৰু সময় অসময় কি ?

মই।—তাৰ মানে ?

অধ্যাপক।—তাৰ মানে গান্ধীয়ে দেশখন খালে, সনাতন ধৰ্ম্ম নষ্ট কৰিলে। এতিয়া কেনেকৈ তাক ৰক্ষা কৰিব পাৰি, তাৰ এটা দিহা কৰিব লাগিব।

মই।—আপোনাৰ কথা মই বোধ কৰোঁ, বুজাই নাই। সনাতন ধৰ্ম্ম যদি মই বুজাটোৱেই হয়, তেন্তে অকল এজন গান্ধী কিয়, এক কোটি গান্ধী লাগি মহটিয়াই ফুৰিলেও তাৰ নোম নলৰে। যি অদ্যতন বা হ্যস্তন নাইবা শ্বস্তন তাক নষ্ট যেয়ে সেয়ে কৰিব পাৰে, কিন্তু যি সনাতন সি সৃষ্টিৰ লগত সতী যোৱাৰ আগেয়ে কেতিয়াও নষ্ট নহয়। সনাতন ধৰ্ম্ম বুলিলে আপোনালোকে কি বুজে ক'ব নোৱাৰোঁ, কিন্তু মই বুজো ঠাহি ঠাহি পেট ভৰোৱা আৰু এবাহ পো-পোৱালি ফুকুৱাই বংশবৃদ্ধি কৰা। তাৰ লগতে লোকৰ ভাল বস্তুটো দেখিলে নিজৰ কৰিবলৈ, নিজৰ গুণ যশস্যাৰ ঢোল নিজে বজাবলৈ, আৰু আনৰ ভাল দেখিলে চকু পুৰি মৰিবলৈ যি হেপাহ, সিও অবশ্যে সনাতনেই। পৃথিবীত যেতিয়ালৈকে মানুহ থাকিব, তেতিয়ালৈকে মানুহৰ এই ধৰ্ম্মও থাকিব। তেনেস্থলত আপোনালোকৰ এই গান্ধী ফ'বিয়া বা গান্ধী-ভীতি জন্মাৰ কাৰণ কি মই সমুলি বুজিব পৰা নাই।

অধ্যাপক।—আপুনি যি কলে সি সনাতন হব পাৰে, কিন্তু

সি ধৰ্ম্ম নহয়, ৰিপু হে। আমি সনাতন হিন্দুধৰ্ম্মৰ হে কথা কৈছোঁ।

মই।—আপোনালোকে নো কোনটো সনাতন ধৰ্ম্ম বুলিছে ?

অধ্যাপক।—শ্ৰুতি-স্মৃতিত যিবোৰ নীতি-নিয়ম, আচাৰ ব্যবহাৰ, সাধন-ভজন, আহাৰ বিহাৰৰ ব্যৱস্থা আছে, তাক পূৰাকৈ মানি চলাটোৱেই সনাতন ধৰ্ম্ম ; কিয়নো সেইবোৰ স্বয়ং ঈশ্বৰৰ বাণী। সেই বিলাকৰ অলপো হেৰ-ফেৰ হব নোৱাৰে, হলেই সনাতন হিন্দুধৰ্ম্ম ৰসাতললৈ যাব। সেই কাৰণে তাক ৰক্ষা কৰিবলৈ সকলো উপায় অৱলম্বন কৰিব লাগে।

মই।—অ' সেইটো হে কথা ! তেন্তে সি বৰ বঢ়িয়া কথা। এতিয়াই মই আপোনালোকৰ আগে আগে লৰি যাম। কিন্তু চাব, যেন আপোনালোকে আদ বাটতে ফালৰি কাটি হাবিত নোসোমায়।

অধ্যাপক।—আপুনি সেইটো মনলৈকে নানিব। আমি সকলোৱে আপোনাকে আমাৰ নেতা পাতিব খুজিছোঁ। আমাৰ সৰ্ব্বভাৰসা আপোনাৰ ওপৰতে।

মই।—অতি সজ কথা। পুৰণি নীতি-নিয়মত মোৰ বৰ আস্থা। আপোনালোকো যে মোৰ দলৰে, সেইটো ইমান দিন ভবাই নাছিলো, নতুবা মাহাত্মাক ওফৰাই পেলাবলৈ কেতে পৰ ! মই ভাত খাই উঠিয়েই লাগি যাম। এতিয়া আপোনালোক যাওক। যাতে সকলো মানুহ পুৰণি নিয়ম-কাৰণ মানি চলে, তাৰ নিমিত্তে এখন বিস্তৃত ইস্তাহাৰ লিখি জাৰি কৰিব লাগিব। তাত আপোনা-লোকবো চহি থাকিব লাগিব।

অধ্যাপক।—বাৰু, তেন্তে আমি এতিয়া যাওঁ; আকৌ আবেলিলৈ আহিম। ঈশ্বৰে আপোনাৰ মঙ্গল কৰক।

এইদৰে কৈ সনাতনী দল গল, ময়ো ৰক্ষা পৰিলোঁ। লৰালৰিকৈ গোসাঁই ঘৰৰ কামফেৰা সমাধা কৰি ৰান্ধনী ঘৰলৈ গলোঁ। তাত যতনাই থোৱা ডাইল-আঞ্জা, ভাজা-পোৰা, দৈ-গুৰ আদিৰে একাঁহী ভাত উদৰস্থ কৰি এখন্তক বিশ্ৰাম অৰ্থাৎ 'বিছনাত পৰিশ্ৰম কৰা গ'ল। তাৰ পাচত মেজৰ ওচৰলৈ আহি তুলাপাত এখনত এনেকৈ আৰম্ভ কৰিলোঁ।—

"যেহেতু সনাতন হিন্দুধৰ্ম্মই হিন্দুকুশ পাৰ হবৰ মতলব কৰিছে, আৰু মহাত্মা গান্ধীয়ে তাক খেদি নি কলীয়া পানীত মেলিবলৈ কাৰবাৰ লগাইছে, সেই হেতুকে আমিও তাক ৰক্ষা কৰিবলৈ প্ৰাণ টাকি যুজিব লগা হৈছে। তেওঁলোকৰ চেষ্টা বিফল কৰি বৈদিক যুগৰ নিয়ম প্ৰণালীত খামোচ মাৰি ধৰিবলৈ সকলে প্ৰকৃত সনাতনী সন্তম হোৱা উচিত। সেই নীতি-নিয়মবিলাকৰ গোটাচেৰেক সৰ্ব্বসাধাৰণৰ অৱগতিৰ অৰ্থে তলত টুকি দিয়া হ'ল।

(১) আৰ্য্যহিন্দুসকলে বৈদিক যুগত গৰু-মহ, ঘোৰা-হাতী, উট-গাধ, বাঘ-বৰাকে আদি কৰি বিবিধ জাতীয় জন্তুৰ মঙহ খৰিকাত দি শুকুৱাই, নাইবা গোটে গোটে জুইত পুৰি লৈ দকচি ভোজন কৰিছিল। সেইবোৰ এৰি দি হিন্দুবিলাক অহিন্দু হৈ পৰিছে।

(২) আগৰ দিনত কাৰবাৰ ঘৰলৈ শ্ৰোত্ৰিয় ব্ৰাহ্মণ আলহী আহিলে গোহালিৰ ভিতৰৰ আটাইতকৈ ভাল দমৰা বা গাইজনী মাৰি আলহীক খুওৱা ধৰ্ম্ম আছিল, আৰু তেনে অৱস্থাত আলহী

ৰাপুৰে একোটা গৰু হাড়ে মূৰে অকলৈ গত লগাইছিল। বৰ্ত্তমান এই প্ৰথা লোপ পাই আহিছে।

(৩) আগৰ দিনত সাধাৰণতঃ গাভৰু নহলে ছোৱালীৰ বিয়া নহৈছিল ; আন কি, গাভৰু ছোৱালীয়ে নিজে দৰা বিচাৰি লোৱাৰ প্ৰথাও আছিল। এতিয়া তাৰ ব্যতিক্ৰম ঘটিছে।

(৪) ৰজা মানুহৰ বংশ ৰক্ষা কৰিবলৈ ক্ষেত্ৰেৰ পুত্ৰ জন্মোৱাৰ প্ৰথা প্ৰাচীন কালত আছিল, আজি কালি তেনে প্ৰথাৰ প্ৰকাশ্যে প্ৰচলন নাই।

(৫) বিধবা বোৱেকক দেওৰেকে বিয়া কৰোৱাটোও এটা আগৰ কালৰ নিয়ম, গতিকে সনাতন প্ৰথা।

(৬) বিখ্যাত চন্দ্ৰবংশৰ ৰজাসকলৰ গাত বামুণ, ক্ষত্ৰিয়,সূত, কৈৱৰ্ত্ত, নগা, ৰাক্ষস আদি নানা জাতীয় লোকৰ তেজ মিহলি হৈ বংশটো পবিত্ৰ কৰিছিল, অৰ্থাৎ সেই কালত বৰ্ণসঙ্কৰ অপবিত্ৰ নাছিল।

(৭) স্মৃতিমতে লা, লোণ, গাখীৰ, ঘিউ, মৌ আৰু মাংস বেচিলে বামুন শূদ্ৰ হয় আজিকালি দোকান দি বহুতো বামুণে এইবোৰ বেচে, সেইবোৰৰ ঠাই শূদিৰৰ লগত।

ওপৰত লিখাৰ নিচিনা বহুতো সুনিয়ম আৰ্য্যহিন্দুসকলে তেওঁলোকৰ সমাজত চলাইছিল। আজি সেইসকলৰ পো-নাতিসকলে উপৰি পুৰুষৰ এনে সনাতন প্ৰথা বৰ্জ্জন কৰি ধৰ্ম্মৰ গ্লানি উপস্থিত কৰিছে। এতেকে, হে আৰ্য্যবংশাবতংস হিন্দু-সকল, হে বিদ্যাবাৰিধি শাস্ত্ৰবিশাৰদবৰ্গ, হে তৰ্কচঞ্চু-কাকচঞ্চু আদি

দিগ্‌গজসকল, হে মোৰ সনাতনী ভ্ৰাতৃবৃন্দ,উত্তিষ্ঠত, জাগ্ৰত। পূৰ্ব্বপুৰুষৰ বিধান মানি তেওঁলোকৰ আৰ্হি অনুসৰণ কৰি, এই নিয়মবিলাক পুনৰ্জ্জীৱিত কৰোঁ, ধৰ্ম্মৰ মৰ্য্যাদা ৰক্ষা কৰোঁ, দেশ উদ্ধাৰ কৰোঁ, ধৰ্ম্মৰ ডিঙ্গিত পঘা লগোৱাঁ।”

মই ইমানখিনিলৈকে মাথোন লিখিছোঁ, এনেতে অধ্যাপক সমন্বিতে পূৰ্ব্বোক্ত দল বসুমতী টলবল কৰি মোৰ ওচৰত উপস্থিত। মই ইয়াৰ ভিতৰতে লাগি যোৱা দেখি অধ্যাপকৰ আনন্দৰ পাৰ নোহোৱা হল, কিন্তু কাষ চাপি যেতিয়া মোৰ লিখাখন পঢ়ি চালে, তেতিয়া সেই হাঁহিভৰা মুখখন কেহৰাজ বটা যেন হ’ল, গা থৰক-বৰক লাগিল। মোলৈ পোন্দোৱাকৈ চাই ভগা ঢোলৰ মাত যেন মাতেৰে কৈ উঠিল,—“আপোনাক সনাতনী দলৰ লোক বুলি হে ইমানকৈ খাটনি ধৰিছিলোঁ, এতিয়া দেখিছো আপুনি গান্ধীতকৈও ডাঙ্গৰ মেলেছ। আপোনাৰ সাহায্যৰ আমাৰ প্ৰয়োজন নাই, কিন্তু মনত ৰাখিব, আপোনাৰ এই ইস্তাহাৰ প্ৰকাশ কৰিবৰ হলে আপোনাৰ ভাল নহব॥”

এইদৰে কৈয়েই অধ্যাপক সদলে ওলাই গ’ল, মই তেওঁৰ এই খংটোৰ কি কাৰণ হব পাৰে বুজিব নোৱাৰি ভেবা লাগি চাই থাকিলো। কোনো কথা সুধিবলৈ নৌ পাওঁতেই তেওঁলাক ভালেখিনি আঁতৰ হল, মই আৰু তেওঁলোকৰ কোনো কথা শুনিবলৈ সুবিধা নাপালোঁ, মাত্ৰ তেওঁলোকৰ পিচে পিচে লৰা-এমখাই চিঞৰি গাপ যোৱা শুনিলোঁ,—

“সালিকৰি সনাতন, কপৌ মহাজন ;
ফেঁচা খৰিভাৰী, কোকোলোঙা হিলৈদাৰী।”

# কাহিনী—নম্বৰ আঠ।

## দণ্ডবিধি-আইন।

( ১৮৪৮ শক )

এদিন এজন পুলিচৰ দাৰোগাৰ ঘৰত বহি কিবা লেব-লেবাই আছিলোঁ। এনেতে চিকাৰী এটাই পহুৰ পীৰা এটা আনি দাৰোগাক দি ক'লে,—"কালি চিকাৰলৈ গৈছিলোঁ; দুটা পহু মাৰিলোঁ; এশমান ভাগ কৰিব লগা হ'ল; আপোনালৈকো অলপ লৈ আহিলোঁ। দাৰোগাই আগ্ৰহেৰে পীৰাটো লৈ হাঁহি মুখেৰে চিকাৰীটোক বিদায় দিলে।

অলপমান বেলিৰ মূৰত দাৰোগাই ক'লে,—"আজি কাছাৰীলৈ যাব লাগিব, এটা ডকাইতি মকৰ্দ্দমা আছে। এটা মানুহে আন এটা মানুহক মৰিয়াই আধামৰা কৰি পেলাই থৈ, তাৰ লগত থকা এশ ৰূপ লৈ পলাই গৈছিল, পিচে বহু প্ৰবন্ধেৰে হে তাক ধৰা পেলালো।"

মই সুধিলো,—"মানুহটোক ধৰিলে কিয় ?" দাৰোগা অলপ আচৰিত হৈ ক'লে,—"নধৰি এৰিব পাৰি নে ? এনে ডকাইতৰ কাঠোৰ শাস্তি হবই লাগিব, নহলে মানুহ থাকিব কেনেকৈ ?"

মই তেতিয়া দুটাকৈ পহু মৰা চিকাৰীটোৰ কি শাস্তি হব সুধিলোঁ। তেওঁ কলে,—"তাৰ শাস্তি হব কিয় ? তাৰ লাইচেন্স আছে।"

মই কলোঁ,—"আপোনালোকৰ দণ্ডবিধি আইনখন অদ্ভুত। ই পহুনামক নিতান্ত নিৰ্দ্দোষ দুটা জন্তুক মাৰি মঙ্গহ পৰ্য্যন্ত খাই জীণ নিয়ালে, তথাপি কোনো শাস্তিৰ ব্যৱস্থা নহল; অথচ সি এটা মাত্ৰ মানুহনামক জন্তুক আধ মৰা কৰি ৰূপ এশ নিওঁতেই দণ্ডৰ যোগ্য হ'ল! ই কেনে বিচাৰ?

দাৰোগা।—আপুনি মানুহ আৰু পহুক একে কৰিব খোজে নে কি?

মই।—আকৃতিত একে কৰিব নোখোজোঁ; কিন্তু দুয়ো যে জন্তু-জাতীয় আৰু দুয়োৰে জীৱনৰ মূল্য একে, সেইটো হলে চিঞৰি চিঞৰি কব খোজোঁ। আপোনালোকৰ মতটো খৃষ্টানৰ হব পাৰে, কিন্তু হিন্দুশাস্ত্ৰই সকলো জীৱকে ব্ৰহ্ম বুলিছে। সেই কাৰণে, হয় যাৰ বল আছে তাক দুৰ্ব্বলবিলাকক মাৰিবলৈ অধিকাৰ দিব লাগিব, নহয় পহুমৰীয়া, বাঘমৰীয়া, সাপমৰীয়া, গৰুছাগলী—কুকুৰা-গাহৰি—হাঁহ-পাৰমৰীয়া সকলোকে মানুহ-মৰীয়াৰ সমানে শাস্তি দিয়া উচিত হব। মোৰ ক্ষমতা থকা হলে বৰ্ত্তমান প্ৰচলিত সকলোখিনি বে-আইনী আইন গোটাই তাহানিৰ জন্মেজয়ৰ সৰ্প-যজ্ঞৰ দৰে ব্যৱস্থামেধ যজ্ঞ পাতিলেঁ।হেঁতেন।

মোৰ কথা দাৰোগাৰ মতেৰে নিমিলিল। তেওঁ বিৰক্তিৰ সুৰেৰে কলে,—"আপুনি কিবা পগলাৰ দৰে কথবোৰ কৈছে!"

---

# কাহিনী—নম্বৰ ন।

## চৰ্পতিৰ গুণ।

( ১৮৩২ শক )

ৰাইজৰ কপালৰ গুণত আৰু বোধ কৰোঁ, আত্মানন্দৰ কপালৰ দোষত গাৱঁলীয়া সমাজক ঘিণাই নিজক পূৰা সভ্য বুলি গণ্ডপ মাৰি ফুৰা কোৱাভাতুৰীয়া নগৰিয়া ভদ্রলোকসকলৰ বিষয়ে তেওঁ ইমান দিনলৈকে একো বুজ নলৈছিল। নহলে তেওঁ বুঢ়ালোকে কোৱা "আগ নুগুণি গুণে পাচ, লোভত মৰে ৰৰশীত মাছ"—কথাষাৰলৈ আওকাণ কৰি, অলপো নভবা নিচিন্তাকৈ সিদিনা চহৰৰ কলীয়া ওৰফে কালীৰাম উকীলে কৰা নিমন্ত্রণ ৰক্ষা কৰিবলৈ গৈ এনেকৈ অমানুহ নহলহেঁতেন। উকীলৰ নিমন্ত্রণ পত্র পাই নপঢ়াকৈয়ে মই ভাবি লৈছিলোঁ, বোলো উকিলৰ ঘৰত কিবা হৰিসেৱা কি ভকত-সেবা পাতিছে, কিন্তু গৈ পাই দেখিলোঁ হৰিসেৱা নহয়, গোপিনীসেৱা হে। তাত ঢোল-খোল, ডবা-বৰকাঁহ নাইবা তালৰ প্রবেশ নিষেধ আসিল। তাত জনচেৰেক বায়নে হাৰ্ম্মোনিয়াম, ঢোলোক, তবলা, বেহালা আদি কিবা-কিবি বাদ্যযন্ত্র লৈ কেঁ-কোঁ, পেঁ পোঁ, তেৰে-কেটে, তাক-ধুম প্রভৃতি সুৰেৰে কেঁকাই-গেঁঠাই আছিল, আৰু বিলাতী গান্ধ তেল সানি জহামাল যেন হৈ চাৰিওফালৰ পৰা হেপাহৰ চকুৰে চাই থকা জাকৰুৱা সমজুৱাৰ মাজত শাৰী পিন্ধা তিনি জনী নাটেশ্বৰীয়ে কিবা

প্ৰেম-সঙ্গীত গাই, চকুৰে কেৰাহিকৈ চাই, বিবিধ ভঙ্গীৰে নাচি বাগি, চাওঁতাৰ হিয়াকৰিথন ছাই কৰি অনঙ্গ বোপাৰ কাম পাতলাই দিছিল। এই তিনি মোহিনীৰ মোহনীত পৰি নতুন হৰমোহনৰ সৃষ্টি হোৱাৰ আগন্তুকো দেখা গৈছিল হে। তেহেলেই যেয়ে যি কৰে কৰক, কিন্তু মই কৰোঁ কি ! আন সমজুৱাৰ লগ লববৈলে মোৰ যে নাক-কাণৰ লগত এতিয়াও সম্পৰ্ক ছিগা নাই। আন উপায় নেদেখি লাহেকৈ ওলাই আহিবলৈ ধৰোঁতেই উকীলৰ অমৰা-গুটীয়া টেলেকা চকুৱে মোক ধৰা পেলালে, আৰু খোটালি এটাৰ ভিতৰলৈ মাতিলে। তেওঁৰ কাষ চাপি বিদায় লৈ ফালৰি পাৰিবলৈ হওঁতে মোৰো মনটো আছিল। তেওঁৰ আহ্বান পাই সেই ৰভাতল নাইবা ৰঙ্গালয় এৰি ভিতৰলৈ সোমাই গলোঁ, আৰু উকীলৰ অনুৰোধ ৰাখি মাচিয়া এখনত শৰীৰটো স্থাপন কৰিলোঁ। সম্মুখত এখন মেজ, তাৰ চাৰিও কাষে কেইবাজনো হাকিম, উকিল। মেজত খোৱাবস্তু, বটলৰ পানী, গিলাচ আৰু চেলেউ। তেওঁলোকে সকলোৱে ভাগ ললে, আৰু এভাগ মোলৈকো আগ বঢ়ালে। কিন্তু তাৰ যি হে ভেকেটা-ভেকেট গোন্ধ, মই তাক গ্ৰহণ কৰা হেনালাগে তাত বহি থাকিবলৈকে টান পাইছিলোঁ। মই একোকে স্পৰ্শ নকৰা দেখি উকীলে কলে,—“কি কৰে, নধৰে কিয় ?”

ইমানবোৰ ভদ্ৰলোকৰ আগত মোৰ মনৰ কথাটো ভাঙ্গি কলে ময়ে হে অভদ্ৰ হব লাগিব বুলি ভাবি অলপ আওপকীয়াকৈ কলোঁ, —“মোৰ গাটো দেখোন কেনেবা কেনেবা লাগিছে ; আপুনিয়েই মোৰ ভাগো ধৰক।”

উকীলে কলে,—"বাৰু আনবোৰ খাব নালাগে, গা বেয়া লাগিছে যদি এই চৰ্পতখিনি খাই দিয়ক, এতিয়াই ভাল লাগি যাব, আৰু টোপনি খতি কৰাৰ গমকে নাপাব।"

"অচিন কাঠৰ ঠোৰাকো নলগাবা" বুলি কোৱা বুঢ়ালোকৰ বচন সুঁৱৰি সিমানতো মই পিচ হোঁহকা দিছিলোঁ, কিন্তু সাৰিব নোৱাৰিলোঁ। উকীলে ইমানকৈ টানি ধৰিলে, আৰু তেওঁৰ লগৰীয়া দলে মোৰ ভয় দেখি এনেভাবে মতামত প্ৰকাশ কৰিলে, যে শেহত দুয়ো পক্ষৰে মান ৰক্ষা কৰিবলৈ বুলি বাওঁহাতেৰে নাকটো টিপা মাৰি ধৰি সোঁহাতেৰে গিলাচটো তুলি পানীখিনি কোট কোট কৰে পি পেলালোঁ। তাৰ পাচত তেওঁলোকৰ আৰ্হিতে বগা কাগজেৰে মেৰিওৱা চেলেউ বোলা মহুৰা-কাঠী যেনে ধপাতৰ শলা এটাৰ মুখাগ্নি কৰি পাচফালে দীঘলীয়া হোপা লগাই গোটেই খোটালিটো ধোঁৱা-কোঁৱা কৰি পেলালোঁ। অলপ পাচতে তেওঁলোক আকৌ ৰভা-তললৈ গ'ল আৰু নৰ্ত্তকীৰ লগত জোৰ পাতি বীভৎস নৃত্যত উন্মত্ত হৈ উঠিল। মোৰ গাটোও থৰক-বৰক লগা যেন পালোঁ, গোটেই গা ঘামিবলৈ ধৰিলে। গাপত তত নাপাই গাৰ ওপৰছোৱা দিগম্বৰ কৰি হেলেং-পেলেং কৈ ফুলনিৰ ফাললৈ খোজ ললোঁ। তাত এজোপা গাছৰ তলত আউজি বহিব পৰা কাঠৰ চাং এখন আছিল; তাৰ কোঁচতে মই মোৰ গোটেইটো শৰীৰ সমৰ্পণ কৰিলোঁ। চৰ্পতৰ গুণতেই নে কি, মোৰ গাৰ ৰস সোপাই উতলি উঠিল, আৰু মুখৰ পৰা নবৰসযুক্ত বক্তৃতা ওলাবলৈ ধৰিলে। মই কি লাহে লাহে মোৰ গাটো দাঙ্গিব নোৱৰা হ'ল।

কৰিলোঁ। ক'ব নোৱাৰোঁ; সম্ভৱতঃ মোৰ মূৰটো ঘূৰিবলৈ ধৰিছিল।

হঠাৎ এখন জাহাজ আহি মোৰ ওচৰত লঙ্গৰ পেলালে। মই আচৰিত মানিলোঁ। ইমান দিন মোৰ বিশ্বাস আছিল, জাহাজ পানীত হে চলে, কিন্তু আজি দেখোন সি কলীয়া উকীলৰ ফুলনি বাৰীতে সোঁ। শৰীৰে উপস্থিত।* মই একোকে বুজিব নোৱাৰি এটা ক'লা ঠেঙ্গা-চোলা পিন্ধা মানুহক তাৰ আঁতি-গুৰি সুধিলোঁ। সি লেব-লেবাই দোৱান দিবলৈ ধৰিলে। যদিও মই তাৰ আটাই-খিনি কথা ধৰিব নোৱাৰিলোঁ, তথাপি এইটো বুজিলোঁ, যে অলপ সময়ৰ ভিতৰতে জাহাজখন চন্দ্ৰলৈ ৰাওনা হ'ব। মই তাক নিতান্ত গৰ্দ্দভ ঠাৱৰাই আকৌ এটাক প্ৰশ্ন কৰি ঠিক সেই সমিধানকে পালোঁ। অলপ গমি-গপি তাকো আগৰটো দীৰ্ঘকৰ্ণৰে সৈতে একেটা আস্তাবলতে সুমুৱাই এইবাৰ মকৰা-জাল যেন ধুতী আৰু মহছাল যেন চোলাপিন্ধা গুফীয়া পেটুৱা মহাকায় এজনৰ কাষ চাপিলোঁ। কিন্তু অ' হৰি! এৱেঁ। দেখোন সেই একে কথাকেই কয়! তেনেহলে জাহাজ সঁচাকৈয়ে চন্দ্ৰলৈ যাব নে কি? মোৰ মনত উগুল থুগুল লাগিল, আৰু শেহত চন্দ্ৰত এপাক মাৰি আহিবলৈ ধাউতি উপজিল। তেতিয়া টিকট ঘৰ বিচাৰি এটকা এক অনা এপাই গাঁঠিৰ ধন ভাঙ্গি টিকট এটা লৈ সেই আকাশী ভাপনাৱৰ গৰ্ভত প্ৰবেশ কৰিলোঁ। অলপ পাচতে সাধুকথাৰ পক্ষিৰাজ

* তেতিয়া উৰা জাহাজৰ প্ৰচলন হোৱা নাছিল।

ঘোৰাৰ দৰে জাহাজখনে বিস্বাশবদে উৰণ মেলিলে; মই গুৰুজনৰ নাম লৈ অজগৰ পৰা দি পৰি ৰ'লোঁ। অলপ বেলিৰ মুৰত মোৰ ভয় ভাগিল, এনে হে লাগিল যেন জাহাজ একে ঠাইতে আছে, পৃথিবীখন হে আমাৰ ওচৰৰ পৰা তল ফাললৈ লৰ মাৰিছে। এইদৰে গৈ বাটৰ সোঁ মাজ পালোঁগৈ; তাতে ওভতগোৰে ওলোম খোলোম হৈ থকা ত্রিশঙ্কুৰ লগত সাক্ষাৎ হ'ল।

লাহে লাহে পেটৰ ভোকত কলমলনি লাগিল, আৰু তাক অলপ শাম কটাবৰ নিমিত্তে জাহাজৰ দোকানৰ পৰা দুটা গৰীয়া আলু কিনি লৈ কামুৰিবলৈ লাগিলোঁ। একে জাহাজতে যোৱা দেওবৰ অধ্যাপক, মনবৰ গাওঁবুঢ়া, গেৰেলা তহচিলদাৰ, চেৰেলা ভট্টাচাৰ্য্য প্ৰভৃতিয়ে তাতে খালচী-ঠাকুৰৰ-চাউল আৰু মঙহ সিজোৱা কিনি লৈ দকচি বহাই দিলে; অথচ এই কেইটা মানুহেই উৰীয়া বামুনৰ হাতে কলিকতাত ভাতখোৱা কলেজৰ ছাত্ৰ এজনক একুৰি টকা লৈ পৰাচিত কৰা আত্মানন্দৰ অবিদিত নহয়। মই তেওঁলোকৰ লগ নোলোৱা দেখি ওপৰত কোৱা বিধৰ ঠাকুৰ এজন চাপি আহি মোলৈ প্ৰশ্নৰ ফৰ্ম্মুটি মাৰিলে। মই তাৰ উত্তৰত একো নকৈ গোঁফত তাও দি ভ্ৰূকুটি প্ৰদৰ্শন কৰিলোঁ মাথোন। আকৌ কিবা প্ৰশ্ন কৰিলে থকৰা মুকুটিৰ সমিধান পোৱাৰ আশঙ্কাত খালচী ঠাকুৰে থিতাতে পুলুকা মাৰিলে আৰু ময়ো দুয়োটা আলু চোবাই তহিলং কৰি পেটৰ পোৰণিৰ অন্ত পেলালোঁ।

এঘাৰ ঘণ্টা উনৈশ মিনিটত তেৰ চেকেণ্ডৰ পাচত জাহাজ-খন গৈ চন্দ্ৰত উপস্থিত হ'ল। জাহাজ ৰ'লত মই নামি ষ্টেচনতে

এপাক ঘূৰিলোঁ আৰু বাঙ্গালী পৰিব্ৰাজকে বেলত যাওঁতে যাওঁতেই অসম দেশৰ আচাৰ-ব্যৱহাৰ, ভূগোল-বুৰঞ্জী, ভাষা-সাহিত্য আদি আয়ত্ত কৰাৰ দৰে ময়ো চন্দ্ৰলোকৰ তলা-নলা সকলো বুজি পেলালোঁ। তাত হেনো আগেয়ে মানুহ-দুনুহ, গছ-গছনি একো নাছিল, মুঠেই ম'হৰ মুৰৰ শিঙৰ দৰে মাজে মাজে পৰ্ব্বতৰ টিং দেখা গৈছিল। আজিকালি যিবোৰ ঘৰ-দুৱাৰ ফুলনি-শাকনি দেখা যায়, সেইবোৰ পৃথিবীৰ পমুৱা মানুহে কৰা। আন কি পানী আৰু বতাহো বোলে ডাঙৰ ডাঙৰ লোহাৰ চুঙ্গাত ভৰাই পৃথিবীৰ পৰা হে আনিছে। এজন বঙ্গালী ভদ্ৰলোকে কলে, যে পৃথিবীৰ প্ৰায়বোৰ জাতিৰে উপৰি পুৰুষ যেনেকৈ বঙ্গালী অৰ্থাৎ বঙ্গালী পমুৱা মানুহৰ পৰাই যেনেকৈ পৃথিবীত নানা জাতি আৰু নানা ভাষাৰ উৎপত্তি হৈছে, আন আন গ্ৰহ-উপগ্ৰহতো তেনেকৈয়ে বঙ্গালীয়েই হে প্ৰথমে উপনিবেশ স্থাপন কৰিছে।

মই তেওঁ কোৱা কথাখিনিৰ অৰ্থ ভালকৈ হৃদয়ঙ্গম কৰিব নোৱাৰি কলোঁ,—"মহাশয়, এটা কথাত দেখোন মোৰ খোকোজা লাগিছে।"

বঙ্গালী।—"কি ?"

মই।—ব্ৰহ্মপুত্ৰ আৰু গঙ্গাই উত্তৰৰ ধূলি-বালি কঢ়িয়াই আপোনালোকৰ দেশখন গঢ়া দেখোন বেচি দিন হোৱা নাই। তাৰ আগতেই আন আন দেশত মানুহ থকাৰ চিন-ছাব, ৰজা-মহাৰাজৰ নাম-গোন্ধ, ভাষা আৰু সাহিত্যৰ প্ৰতিপত্তি বিস্তাৰ পোৱা যায়। আপোনাৰ কথা যদি সঁচা, তেন্তে এইটোও সঁচা, যে পূৰ্ব্বকালত

আপোনালোকৰ উপৰি পুৰুষসকল জলচৰ আছিল, আৰু সেই সময়তে কাৰবাৰ খেৱালি জালত পৰি কোনো কোনো জন স্থলচৰ হবলৈ বাধ্য হৈ আন দেশত আশ্ৰয় লব লগাত পৰিছিল। কিন্তু সেয়ে হলেও, তেওঁলোকৰ কিবা ভাষা আছিল নে নাই তাক ঠাৱৰোৱা টান। হব পাৰে তেওঁলোকেই

মৎস্যৰূপে অৱতাৰ ভৈলা প্ৰথমত।
উদ্ধাৰিলা চাৰি বেদ প্ৰলয় জলত॥

কিন্তু আনে অনুমান কৰে, যে সাগৰৰ তলিৰ পৰা আপোনালোকৰ দেশখন ওপৰলৈ ওলোৱাৰ লগে লগে ওচৰৰ কামৰূপৰ মানুহে তাত পাম লবলৈ ধৰিলে, মগধ আৰু উৰিষ্যাৰ পৰাও যে দুই চাৰিজন ন-পমুৱা মানুহ তাত বহা নাছিল, এনে নহয়। এই সকলোবোৰ মিহলি হৈয়েই বঙ্গালী আৰু বঙ্গলা-ভাষা গঢ়িলে বুলি ভূতত্ত্ব আৰু পুৰাতত্ত্বৰ ভূ-ৰথাসকলে কয়। মুঠতে বঙ্গালী আৰু বঙ্গলা ভাষাৰ বাৰ অনা অসমীয়া বুলি এই দল লোকে বুকু ফিন্দাই কবলৈ ওলায়। এতিয়া এই দুই মতৰ কোনটো গধুৰ জুখি নোচোৱাকৈ এটাক তুলি লবলৈ টান পাইছোঁ। আপুনি কি কয়?”

বাবুজনে একো একোবাৰ কোৱাৰি চেলেকি মোলৈ টেলেকা টেলেকি কৈ চাই কিছু সময় মনে মনে থাকিল। মোৰ কথা শেষ হোৱাৰ লগে লগে মুখেৰে ওঁ আঁ একো নকৰাকৈ তেওঁ ঘপহ কৰে উঠিল, আৰু বাওঁহাতেৰে চুৰীয়াখন খামুচি ধৰি খৰ খোজেৰে অদৃশ্য হৈ গ'ল।

এনেতে শুনিবলৈ পালোঁ তাৰ পৰা এখন জাহাজ মঙ্গল গ্ৰহলৈ যাবলৈ ওলাইছে। মোৰ ততালিকে তালৈ যাবলৈ মন গ'ল; কিন্তু হাচতিৰ ধন লেখি-বুজি দেখিলো, মঙ্গললৈ গ'লে আকৌ ঘূৰিবলৈ ধনে নুজুৰিব, জাহাজৰ কেৰাণীয়ে কালিয়নে টিকট দিব বুলিও আশা কৰিব পৰা নগল। ইফালে আকৌ পেটত পেলোৱা দুয়োটা গৰীয়া আলুও পানীকৃত্য হৈ গৈছিল। অগত্যা অকল "হাৱা"কে খাই গঙ্গাটোপ হৈ কলপ কলপ কৰাতকৈ ঘৰৰ লৰা ঘৰলৈ ঘূৰি যোৱাটোকে উচিত বুলি সাব্যস্ত কৰি পূৰ্ব্বোক্ত জাহাজতে পৃথিবীলৈ পাৰি দিলোঁ।

বাটত আহোতে আৰু এজন বঙ্গালী বাবুৰে চিনাকি হ'ল। মোৰ তেতিয়া কাৰো লগত আলাপ, বিলাপ বা প্ৰলাপত যোগ দি কন্দলৰ দুৰ্য্যোগ চপাই আনিবৰ ইচ্ছা নাছিল। কিন্তু তেওঁ সহজে আঁতৰা ভকত নহয়, মই শুনিব নোখোজাতো তেওঁ অনৰ্গল বলকি যাবলৈ ধৰিলে। তেওঁ হেনো মঙ্গললৈকো গৈছিল। তাত মানুহ বৰ বেচি, তেওঁলোক অশ্বিনীকুমাৰৰ বংশৰ। তেওঁলোকৰ নাক-মুখ দীঘল, বৰণ ৰঙ্গা, ভৰি খুৰা-লগা, গাৰ নোম দীঘল আৰু ঘন। তেওঁলোকৰ আদি বাসস্থান বঙ্গদেশৰে কোনোবা এঠাইত আছিল, পিচত প্ৰবল প্ৰতাপী প্ৰতাপাদিত্যই তেওঁলোকক বঙ্গৰ বাহিৰ কৰি দিয়াত মঙ্গলত আশ্ৰয় লৈছে। বঙ্গৰ পৰা মঙ্গ আৰু তাৰ পৰাই মঙ্গল হৈছে ইত্যাদি।

মই নামাতোঁ বুলিয়েই আছিলোঁ, কিন্তু অসাৱধানতাৰ কাৰণে হঠাৎ মুখৰ পৰা ওলাই গ'ল—"মঙ্গল গ্ৰহৰ ভাষা কি ?"

বাবু।—বঙ্গলা। যেনেকৈ পৃথিবীত সংস্কৃত, গ্ৰীক, লেটিন, হিব্ৰু আদি নানা উপভাষা থাকিলেও ঘাই ভাষা বঙ্গলা, তেনেকৈয়ে মঙ্গল গ্ৰহতো দুই এটা পালি ভাষা থাকিলেও বঙ্গলায়েই প্ৰধান ভাষা।

খং নামে চণ্ডালটোৱে এই খিনিতেই মোক দাং খুৱাই আনিছিল, কিন্তু এনেতে জাহাজ আহি কলীয়া উকীলৰ ফুলনি বাৰী পোৱাত এই অধ্যায় ইমানতে সাং হ'ল।

* * * *

ৰাতিপুৱা দেখোঁ দেখোন মই চন্দ্ৰতো নাই, মঙ্গলতো নাই, আন কি, ৰাতি বহা চাংখনতো নাই। কেনেবাকৈ সৰি পৰি চাঙ্গৰ তলতে লেটি লৈ আছোঁ। বোধ কৰোঁ, ৰাতি বৰষুণ হৈছিল, নহলে কাপোৰ কানিবোৰ নিতিতিলহেতেন আৰু তলতো বোকা নহ'ল হেঁতেন! এই সকলো যে উকীলৰ চৰ্পতৰ গুণ তাক মোৰ বুজিবলৈ বাকী নাথাকিল। সৌভাগ্যৰ কথা, তেতিয়াও কোনো উঠা নাছিল। মই লৰা-লৰিকৈ উঠি হাবিৰ আঁৰে আঁৰে কোনেও নেদেখাকৈ নিজৰ ঘৰখন ললোঁহি।

মানুহে তিতি বুৰি হে শিকে; মোৰো এটা বিয়াগোম শিক্ষা হ'ল।

## কাহিনী—নম্বৰ দহ।

### পিতৃ-পিতামহৰ ধৰ্ম্ম ।

( ১৮৫৭ শক )

কেইবা বছৰৰ মূৰত বাহুমাৰী সত্ৰৰ অধিকাৰ শ্ৰীল শ্ৰীশ্ৰীশ্ৰীশ্ৰীযুক্ত বিশ্বদেৱ গোস্বামী চফৰলৈ আহি কৰ-বৰঙনি, সেৱা-সৎকাৰ, সিধা-পাতি আদি যিমান পাৰে পাৰ কৰি, শিষ্যবৰ্গৰ চতুৰ্ব্বৰ্গ-লাভৰ বাটত গজা কাঁইটীয়া বন উভালি উভালি, সম্প্ৰতি ভালুকমাৰী গাৱঁৰ নাম ঘৰতে বাহৰ কৰি আছে। তেখেতৰ লগত ৰাজমেধি, পাখিমেধি, আলধৰা, পাচনি, নাম লগোৱা, জোলোঙা ভৰোৱা ইত্যাদি ভকত খাই-বৈ শকত থৈ থিতাপি লৈছে। শুনা যায়, শিষ্যসকলে শক্তি-অনুযায়ী গুৰুভক্তি দেখুওৱাৰ ফলত প্ৰভুৰ হাতনি পেৰাত ঠাইৰ নাটনি পৰিছে। অকল সেয়ে নহয়, বহুতো বাদ-কুবাদ, বিৰাদ-অপবাদৰ সোধ পোচ কৰি, ভিতৰি ৰৌপ্যখণ্ড আৰু বাহিৰত ধৰ্ম্মদণ্ড আদায় কৰি তেখেতৰ কোষ বুজন কৰি তুলিছে ; যদিও ইমানতো তেওঁৰ অসন্তোষ দূৰ হোৱা নাই বুলি কোনো কোনোৱে কয়।

সেইদিনা আবেলি বেলিকা বঙ্গা বানতৰ মেঠনি মৰা বৰ খুটাৰ অধোভাগত আউজি প্ৰভু ঈশ্বৰে অদৃশ্য শিষ্যৰ আগমনলৈ অপেক্ষা কৰিছিল, আৰু ভকতসকলেৰে সৈতে আয়-ব্যয়, লাভ-লোকচানৰ হিচাপ ধৰি, মহাবলী কলিকালক নথৈ ককৰ্থনা কৰি, মহাত্মা

গান্ধীকে আদি কৰি সংস্কাৰকসকলৰ নামত তিতা, কেহা, জলা আদি বিবিধ বিশেষণৰ যোগাযোগ কৰিছিল। এনেতে এজন দুজনকৈ বুজন আৰু অবুজন মানুহ আহি কিবাকিবি আগ বঢ়াই প্ৰভুক অকল অষ্টাঙ্গ নহয়, সৰ্ব্বাঙ্গ প্ৰণিপাত কৰিলে। দেখাগ'ল, যাৰ টোপোলা গধুৰ, তাৰ প্ৰতি প্ৰভুৰ সম্ভাষণো মধুৰ; যাৰ টোপোলা ফোঁপোলা, তাৰ প্ৰতি প্ৰভুৰ দৃষ্টিও কোদোৰা। মুঠতে দান চাই দক্ষিণা দিয়াত তেওঁ পটু; সেই হে কাৰবাৰ প্ৰতি অসন্তুষ্ট চিত্তেৰে "হৰি তুষ্ট হওক" বুলি দিয়া আশীৰ্ব্বাদ একেষাৰ, আৰু কাৰবাৰ প্ৰতি জা-জলপানৰ যোগাৰ; কাৰবাৰ প্ৰতি সহাস্য মধুৰ দৃষ্টি, কাৰবাৰ প্ৰতি বৰ-মলা পাতৰ মালাৰে সৈতে লেলেতীয়া আশীৰ্ব্বাদ বৃষ্টি। অলপ সময়ৰ ভিতৰতে মানুহৰ সমাগত বাঢ়ি আহিল, আৰু শিষ্য-আশিষ্য বহুতো আহি সেৱা-কাৰ্য্য শেষ কৰি মাটিতে লেপেটা কাঢ়ি চেপেটা হৈ বহিল। আৰু এখন্তকৰ পাচত গুৰ-গাখীৰ, কল-কুঁহিয়াৰ, মগুমাহ-জহাচাউল আদিৰ সাঙ্গী এখন দাঙ্গি লৈ লেখৰ একুৰি মানুহ চেকুৰি আহি নাম ঘৰত সোমাল। প্ৰভুৰ মুখ উজ্জ্বল হৈ উঠিল। দলটো ভিতৰ সোমাই, সাঙ্গীখন নমাই, ৰূপ ডেৰটকি আগ বঢ়াই নিলগতে আঠু লৈ প্ৰভুক সেৱা কৰিলে। প্ৰভুৱেও উমৈহতীয়াকৈ সকলোকে আশীৰ্ব্বাদ এজোলোকা দি তেওঁলোকৰ আগমনৰ প্ৰয়োজন জিজ্ঞাসা কৰিলে। দলৰ মুখিয়ালজনে কৰযোৰে নিবেদন কৰিলে,—"প্ৰভু জগন্নাথ, কথা এটাৰ মীমাংসা কৰিব নোৱাৰি হে বন্দীহঁত প্ৰভুৰ ওচৰত গোচৰ

দিবলৈ আহিছে। কৃপা কৰি, আমাৰ সন্দেহ ভঞ্জন কৰি, বিবাদ খণ্ডন কৰিব বুলি প্ৰাৰ্থনা জনালেঁ।।

গোসাঁই।—কি কথা ?

দলপতি।—কথাটো ডাঙ্গৰেই। কোনোবা গোসাঁই এজনে বোলে শাস্ত্ৰ-ভাগৱত চাই উলিয়াইছে মানুহ মৰিলে নাইবা উপজিলে বামুণৰ দৰে শূদিৰৰো হেনো দহ দিনতে চুৱা যায়। তাকে শুনি আমাৰ কোনো কোনোৱে এই বিধানকে মানিব খুজিছে, আনবিলাকে আকৌ পুৰণিৰ সোৱাদ এৰিবলৈ ইচ্ছা নকৰি নতুনৰ লগত অসহযোগ কৰিবলৈ টঙ্গালী বান্ধিছে। এতিয়া আমাৰ দল ফটাফটি হৈ কেতিয়াবা হতাহতি, কেতিয়াবা মূৰ কটাকটি হোৱাৰ আগন্তক মিলিছে। সেই দেখি, আমি দুয়োদলৰ মানুহ লগ হৈ প্ৰভুৰ ওচৰলৈ আহিছোঁ, আপুনি নিৰপেক্ষভাবে ৰায় দি ফটা বাঁহ জোৰাই সমাজখন ৰক্ষা কৰিব লাগে। এয়ে আমাৰ প্ৰাৰ্থনা।

এই খিনিতে এটা কথা কৈ থোৱা আৱশ্যক যে দলৰ লোক সকলৰ অধিকাংশৰ যদিও প্ৰভুৰ ওপৰত আস্থা আছিল, তথাপি তাৰ ভিতৰতে কেইজনমান অজীণ-পাতকাও যে নাছিল এনে নহয়। তেওঁলোক সমাজৰ ডঁৰিত হৈ গোঁসাইৰ ওচৰলৈ যাবলৈ ওলাইছিল ; সেই কাৰণে গোসাঁয়ে যাতে কেচুৱা লৰাক কল দি, নাইবা কণা হাঁহক পতান দি ভুৰুকিওৱাৰ দৰে তেওঁলোকক ভুৰুকিয়াৰ নোৱাৰে, তাৰ নিমিত্তে তেওঁলোক বিশেষ সাৱধান হৈছিল আৰু আগদিনা ৰাতি টোপোলা এটা লৈ বিচাৰৰ সময়ত উপস্থিত থাকিলৈ মোক কুঁহিয়াৰ পেৰা দি পেৰিছিল। মই

প্ৰথমতে তাত অসম্মতি জনাইছিলো, কিন্তু তেওঁলোকৰ কাকুতি-মিনতিৰ গঢ়গতি দেখি বুজিলোঁ, সম্মতি নিদিলে তেওঁলোকৰ হাতৰ পৰা অব্যাহতি পোৱাৰ আশা নাই, বৰং গোটেই ৰাতি টোপনি খতি কৰি পুৱা কেঁকাৰ হে লাগিব। সেই কাৰণে, ৰাতি তিনি পৰ-মানলৈকে সতৰ্ক হৈ তৰ্ক বিতৰ্ক কৰাৰ পিচত তেওঁলোকৰ নিমন্ত্ৰণ ৰক্ষা কৰিবলৈ গাত লৈ কোনোমতে তেওঁলোকৰ উৎপাতৰ পৰা ৰক্ষা পৰিলোঁ। পিচ দিনা দুপৰীয়া ভাতৰ মুহুদি শেষ কৰোঁতেই এজন খেদা পালেহি আৰু ময়ো ওপৰত কোৱা নামঘৰলৈ বুলি খোজ ললোঁ। মই যেতিয়া সেইখিনি পালোঁগৈ তেতিয়াও ওপৰত কোৱা দলটো অহা নাছিল ; সেই কাৰণে, নামঘৰৰ আগৰ বাটটোতে দুজনমান মানুহৰ লগত কথা পাতি আছিলোঁ। দলটো সোমোৱাৰ অলপ পাচতে ময়ো সোমাই গৈ গোসাঁইক নমস্কাৰ জনালোঁ। ভাৰ-ভেটী আৰু অৰিহণাৰ ধনৰ দৰ্শনত উজ্জল হোৱা প্ৰভু ঈশ্বৰৰ মুখখন মোক দেখি অলপ বিবৰ্ণ হ'ল আৰু পাৰিলে মোক খেদাবৰ মনেৰে লৰা-লৰিকৈ মই যোৱাৰ কাৰণ সুধিলে। মই কলোঁ, যে মোৰ নিজা কথা ৰাইজ ভাগিলে হে, কবলৈ চল লাগিব। তেওঁ ক'লে,—"আজি যোৱাই তেন্তে, কালিলৈ আহিবা!"

মই।—ভাল জগন্নাথ, যদি আহিবলৈ দিয়ে কালিলৈকে আহিম আজি আনৰ কথা-বতৰাকে শুনো।

এইদৰে কৈয়েই মই ওচৰত থকা কলপাত এখনতে বহি ললোঁ। গোসাঁই যদিও মোক খেদাব নোৱাৰি বিৰক্ত হ'ল, তথাপি মুখ ফুটাই একো কবলৈ সাহ নকৰিলে। মোৰ লগত তেওঁৰ আগৰ

চিনাকি আছিল, আৰু মই কেনে বিধৰ ভকত তাক তেওঁ ভালকৈ জানিছিল।

ৰাইজৰ প্ৰাৰ্থনাটো শুনি, মনে মনে কিবা-কিবি গুণি, কেৰাহি-কেৰাহিকৈ মোৰ ফালে চাই কিছু সময় নিমাত হৈ থাকি, শেহত গোসাঁয়ে কলে,—"ঘোৰ কলিকাল! নহলে-নো শূদিৰ বামুণৰ সমান হব খোজে নে? বেদত কৈছে, ওপজা আৰু মৰাৰ চুৱা শূদিৰৰ এমাহ, যি তাক নামানে সি মহাপাপী।"

গোসাঁইৰ কথা শুনি মনে মনে থকা মোৰ পক্ষে অসম্ভৱ হ'ল। মই লাহেকৈ সুধিলোঁ,—"জগন্নাথ! বামুণৰ হালোৱাকেইটাৰ জাত কি?"

গোসাঁই।—তাকো সুধিব লাগিছে নে? সিহঁত দেখাতেই শূদিৰ। অকল শূদিৰেই নহয়, শূদিৰৰ ভিতৰতো একেবাৰেই নীহ।

মই।—পিচে সেই নীহ শূদিৰ কেইটাৰ অশৌচ দহ দিন বুলি হে দেখোন শাস্ত্ৰই কয়। উশনঃ সংহিতাৰ ষষ্ঠ অধ্যায়ৰ পঞ্চত্ৰিংশ শ্লোকত কৈছে বোলে

ক্ষত্ৰবিট্ শূদ্ৰদায়দা যে স্যুৰ্বিপস্য সেৱকাঃ।
তেষামাশেষং বিপ্ৰস্য দশাহাচ্ছুদ্ধিৰিষ্যতে॥

অৰ্থাৎ ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰবংশীয় লোক বামুণৰ গোলাম হলে বামুনৰ দৰে তেওঁলোকো দহ দিনতে শুচি হয়।

গোসাঁই।—সেইটো বামুণৰ গোলাম হলে হে। পিচে আটাইবোৰ শূদিৰ জানো বামুণৰ গোলাম?

মই। তেন্তে ধৰক, আপোনাৰ ঘৰৰ চাকৰ এটাৰ বাপেক

মৰিলত সি দহ দিনতে শুচি হ'ল, অথচ তাৰ দদায়েকৰ পুতেক যি বিদ্যালয়ৰ অধ্যাপক, এমাহলৈ অশুচি থাকিল। ইয়াৰ চমু অৰ্থ এয়ে নহয় নে যে শুচি-অশুচি অকল বামুণৰ সুবিধা-অসুবিধাৰ ওপৰত নিৰ্ভৰ কৰে ?

এইখিনিতে ৰাইজৰ সৰহ ভাগে গিজ-গিজাই উঠিল, আৰু গোসাঁইলৈ চাই ক'লে,—"জগন্নাথ, এটা কথা, আমি দেখাতেই কণা, আপোনালোকে যিফালেই বাট বুলি কয় সেই ফালেই যাওঁ। আপোনালোকে যেন ভুল বাটে নি আমাক বাঘ-ঘোঙাৰ মুখত নাইবা খাল-ডোঙত পেলাই নামাৰে। আমাৰ সৌভাগ্যৰ গুণত আজি আচাৰ্য্যদেৱকো ঈশ্বৰে মিলাই দিছে। আপোনালোকে শাস্ত্ৰমতে বিচাৰ কৰি আমাক এটা সুব্যৱস্থা দিয়ক।

প্ৰভুৰ অৱস্থা শোচনীয় হ'ল। মই মাত মতাৰে পৰা তেওঁৰ গা থৰক-বৰক লাগিছিল, তথাপি আন উপায় নাপালে খঙৰ ভমক দেখুৱাই ধমক দি মোক জাঁতবাব পাৰিব বুলি আশা ৰাখিছিল। এতিয়া মোৰ প্ৰতি ৰাইজৰ মনোভাব দেখি সেই ফেৰা শেষ অৱলম্বনো তেওঁ পুলকি যোৱা যেন পালে। তথাপি তেওঁ ক'লে,—"শাস্ত্ৰ বহুতো, কাৰো লগত কোনো নিমিলে ; সেই দেখি এখনত ধৰিলেই নহয়। বেদত কৈছে,—

শুধ্যেদ্বিপ্ৰো দশাহেন দ্বাদশাহেন ভূমিপঃ।
বৈশ্যঃ পঞ্চদশাহেন শূদ্ৰোমাসেন শুধ্যতি ॥

মই।—বেদ চাৰিখন, আপুনি গোৱাটো কোন খনৰ ?

গোসাঁই।—তোমাক কেলেই ?

মই।—এনেয়ে হওঁতে নালাগিছিল তো! পিচে লগা হৈছে এইবাবে, যে আপুনি কলেও শ্লোকটো বেদৰ নহয়।

গোসাঁই।—তেনেহলে ক'ৰ ?

মই।—মনুসংহিতাৰ পঞ্চম অধ্যায়ৰ ৮৩ সংখ্যক শ্লোক।

গোসাঁই।—মনুসংহিতাও বেদেই।

মই।—ভাল তেন্তে, আপোনাৰ কথাকেই মনিলোঁ। পিচত আকৌ নহয় নুবুলিব।

ৰাইজ।—আপোনালোকে হে তর্ক কৰিছে, আমি শ্লোকটোৰ অর্থকে পোৱা নাই।

গোসাঁই।—তাৰ অর্থ হৈছে—ওপজা আৰু মৰাৰ চুৱা বামুণৰ দহ দিন, ক্ষত্রিয়ৰ বাৰ দিন, বৈশ্যৰ পোন্ধৰ দিন, শূদিৰৰ এমাহ। যি শূদিৰ দহ দিনত শুচি হয় সি অসদাচাৰী পাষণ্ড, তাক ছুলেও পৰাচিত হব লাগে।

মই।—আপোনাৰ ব্যাখ্যাৰ গুৱাখনিত চূণ ইমান সৰহ হৈছে, যে যেয়ে খায় তাকে ই ডাকিব। প্রথমতে ওপজা চুৱাৰ কথা ইয়াত নাই। অসদাচাৰ আৰু পৰাচিতৰ গোন্ধো হাতী-শুঁড়ীয়া নাকে হে যদি পায়! আপুনি পোৱা নাই যদি, ওপজা চুৱাৰ বিষয়ে আপোনাৰ বেদ মনুসংহিতাত কি আছে ময়ে কৈ দিওঁ। তাৰ পঞ্চম অধ্যায়ৰ দ্বিষষ্টিতম শ্লোকত কৈছে,—

সর্ব্বেষাং শাৱমশৌচং মাতাপিত্রোস্তু সূতকম্।
সূতকম্ মাতুৰেৱ স্যাদুপস্পৃশ্য পিতা শুচিঃ॥

অর্থাৎ মৰা চুৱা বংশৰ সকলোৰে, কিন্তু ওপজা চুৱা অকল

মাক-বাপেকৰ হে। তাৰ ভিতৰতো আকৌ মাকৰ হে ( দহ দিন ), বাপেক গা ধুলেই শুচি হয়। সম্বৰ্ত্তৰ স্মৃতিতো তাকেই কৈছে,—

জাতে পুত্ৰে পিতুঃ স্নানং সচৈলং তু বিধীয়তে।
মাতা শুধ্যেদ্দশাহেন স্নানাত্তু স্পৰ্শনং পিতুঃ॥

সেই কাৰণে আপুনি কোৱা ওপজা চুৱাটো মনুৱে কোৱা নহয়, আপুনি ক'ৰবাত হেৰা পোৱা হে।

আকৌ দশাহ অশৌচ মনাবোৰক আপুনি অসদাচাৰী বুলিছে, তাৰ পৰা বুজা যায় আপুনি সদাচাৰ কাক বোলে তাৰ সম্ভেদ লবলৈ আজৰিকে পোৱা নাই। আপোনাৰ "বেদেই" দেখোন প্ৰথম অধ্যায়তে কৈছে—

সৰস্বতী-দৃষদ্বত্যোৰ্দেৱনদ্যোৰ্যদন্তৰং।
তং দেৱনিৰ্ম্মিতং দেশং ব্ৰহ্মাৱৰ্ত্তং প্ৰচক্ষতে॥
তস্মিন্ দেশে য আচাৰঃ পাৰম্পৰ্য্য ক্ৰমাগতঃ।
বৰ্ণানাং সান্তৰালাণাং স সদাচাৰ উচ্যতে॥

অৰ্থাৎ সৰস্বতী আৰু দৃষদ্বতী নামক দেৱনদীৰ মাজত থকা দেৱনিৰ্ম্মিত দেশক ব্ৰহ্মাৱৰ্ত্ত বোলে। সেই দেশৰ ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, শূদ্ৰ আৰু বৰ্ণসঙ্কৰসকলে যি আচাৰ পুৰুষানুক্ৰমে মানি আহিছে সেয়ে সদাচাৰ। আপুনি জানে নে নাজানে কব নোৱাৰোঁ, ব্ৰহ্মাৱৰ্ত্তত সকলো জাতৰে দশাহ অশৌচ হে চলে। অকল ব্ৰহ্মাৱৰ্ত্ত নহয়, অসম আৰু বঙ্গদেশৰ বাহিৰে আন ঠাইত দশাহ অশৌচ হে আছে, মাহেকীয়া ক'তো নাই। তেনেহলে সদাচাৰী কোন নিজে বিচাৰ কৰি চাওক। দেৱলে

সেই দেখিয়েই অতি স্পষ্টকৈ কৈছে যে বামুণৰ দৰেই আন জাতৰো অশৌচ দহ দিন হে। যথা,—"আশুচ্যং দশৰাত্ৰস্তু সৰ্ব্বত্ৰাপ্যপৰে বিদুঃ।" সেই কাৰণে আপুনি শাস্ত্ৰৰ নাম লৈ, বেদৰ দোহাই দি, নিজে কল্পনা কৰা কথাবোৰ কোৱাত কন্দল বঢ়াৰ বাহিৰে একো নহয়।

গোসাঁই।—মনুৰ বাহিৰেও আৰু শাস্ত্ৰ আছে।

মই।—নিশ্চয় আছে। আপুনি প্ৰথমেই মনুক হাজিৰ কৰা দেখি হে আমিও তেওঁকে মান-ভাগ দিব খুজিছিলোঁ।

গোসাঁই।—মনু সকলোতকৈ ডাঙৰ শাস্ত্ৰকাৰ হলেও কলিকালত পৰাশৰ হে মানিব লাগে, "কলৌ পৰাশৰঃ স্মৃতঃ।"

মই।—পিচে কৈছে হে, ক'ত মানিব হৰলা! ধৰক, পৰাশৰে বিধবাৰ বিয়া হব পাৰে বুলিছে। আপুনি সেইমতে বিধবা বিবাহৰ ব্যৱস্থা দিব জানো?

গোসাঁই।—তিৰুতাৰ বিয়া মুঠেই এবাৰ হে। পৰাশৰে কলেও দুবাৰ হ'ব নোৱাৰে।

মই।—তেন্তে আপুনি পৰাশৰো নামানে। আপুনি কোনখন স্মৃতি মানে কওক, সেইখন মতেই বিচাৰ কৰা হওক।

গোসাইৰ মাত হৰিল, পেটে পেটে মোলৈ খঙ্গো চৰিল; কিন্তু কৰে কি! বিচাৰৰ অৱস্থা দেখি পাৰিষদৰ দ্বাৰা মোৰ কিবা ব্যৱস্থা কৰাবলৈ তেওঁৰ সাহ নহ'ল। কিছুসময় নিৰ্ব্বাক হৈ থকাৰ পাচত তেওঁ ক'লে,—"আজি বহুত বেলি হ'ল, কালিলৈ শেষ বিচাৰ হ'ব। এতিয়া তোমালোক যোৱাঁ।"

মোৰ তেতিয়া ওপৰহাত, গোসাঁইৰ মাত মাৰি গোটেই গাতে উৎসাহ। মই ক'লেঁা।—"প্ৰভু, আৰু এদিনলৈ নো ৰ'ব লাগিছে কিয় ? আজি তিনি চাৰি হেজাৰ বছৰেও যিবোৰ শাস্ত্ৰ কাঠ-কলি নহলেও অন্ততঃ ঢোপাতে বল বুলি ভাবিছে, এৰাতিৰ ভিতৰত তাৰ পক ধৰাৰ আশা নকৰিবচোন।"

ৰাইজ।—প্ৰভু জগন্নাথ, যি ৰায় দিয়ে আজিয়েই দিয়ক, আমি আকৌ এদিন আহিব নোৱাৰোঁ। যাইকৈ কালিলৈ আমি আচাৰ্য্যদেৱক নাপাবও পাৰোঁ।

গোসাঁয়ে মুখেৰে নামাতি উচপিচাবলৈ ধৰিলে। শেহত প্ৰভুৰ দুৰ্দ্দশা দেখি মই কলোঁ,—"প্ৰভু, এটা কথা, আপুনি যদি শুনিবলৈ টান নাপায়, তেন্তে মোৰ টান প্ৰশ্নটোৰ উত্তৰ মোকেই দিবলৈ কওক।"

গোসাঁয়ে উত্তৰ নিদিলে। মৌনং সম্মতি লক্ষণম্ বুলি আৰু ৰাইজৰ উদগনি পাই মই কবলৈ ধৰিলোঁ,—"অন্যান্য ধৰ্ম্মৰ ধৰ্ম্ম-শাস্ত্ৰৰ দৰে হিন্দুৰ ধৰ্ম্মশাস্ত্ৰ এখন নহয়। কথাতে কয় চাৰি-বেদ, চৈধ্য শাস্ত্ৰ, ওঠৰ পুৰাণ ; যদিও ই নিচেই সামান্য লেখ হে। কিয়নো সেইবোৰৰ শাখা-প্ৰশাখা বিস্তৰ আছে। যি হওক, এতিয়া আমাৰ বিষয়টোৰ মীমাংসা কৰিবলৈ হলে আমি যাইকৈ নিৰ্ভৰ কৰিব লাগিব প্ৰধান আৰু অপ্ৰধান স্মৃতি-শাস্ত্ৰবোৰৰ লাখুটিত। কোনো এটা নিয়ম মানিব পাৰি নে নোৱাৰি পোনেই তাৰ পৰীক্ষা কৰাৰ প্ৰয়োজন। তেনে পৰীক্ষা পাঁচ বিধ। মনুসংহিতাৰ দ্বিতীয় অধ্যায়ৰ ষষ্ঠ শ্লোকত কৈছে,—

ৱেদোঽখিলো ধৰ্ম্মমুলং স্মৃতিশীলে চ তদ্বিদাম্।
আচাৰশ্চৈৱ সাধূনামাত্মনস্তুষ্টিৰেৱ চ ॥ ২।৬।

অৰ্থাৎ ধৰ্ম্মৰ প্ৰমাণ হৈছে—বেদ, স্মৃতি, শীল, সদাচাৰ আৰু আত্মতুষ্টি। যিটো নিয়ম বেদ বা স্মৃতিয়ে, শীল বা সদাচাৰে অনুমোদন কৰে, আৰু যাক মানি নিজে সন্তোষ পোৱা যায়, তাকে মানিব লাগে। ইয়াত এটা প্ৰশ্ন উঠে, যে নানা মুনিৰ নানা মত যদি শাস্ত্ৰত পোৱা যায়, তেন্তে কাক আদৰি লৈ কাৰ মূৰত ৰাম-টাঙ্গোন জোকাৰিব লাগিব। মনুৰ দ্বিতীয় অধ্যায়ৰ চতুৰ্দ্দশ শ্লোকত তাৰ উত্তৰ আছে। তাত কৈছে,—

"শ্ৰুতিদ্বৈধং তু যত্ৰ স্যাত্তত্ৰ ধৰ্ম্মাবুভৌ স্মৃতৌ।
উভাবপি হি তৌ ধৰ্ম্মৌ সম্যগুক্তৌ মনীষিভিঃ ॥"
"সমানন্যায়তয়া স্মৃত্যোৰপি বিৰোধে বিকল্প ইতি।"

অৰ্থাৎ বেলেগ বেলেগ শ্ৰুতি-স্মৃতিৰ ব্যৱস্থা থাকিলে দুয়োটাকে সমান বলী বুলি ধৰিব লাগিব; তাৰ যিটোৱেই ভাল লাগে, তাকে গ্ৰহণ কৰাত কোনো দোষ হব নোৱাৰে। কিয়নো, জ্ঞানীসকলে উভয়কে ধৰ্ম্ম বুলিছে।

"বৈকল্পিকে আত্মতুষ্টিঃ প্ৰমাণম্"। এতেকে যদি অকল মুখ আছে বুলিয়েই যি আহে তাকে নকৈ শাস্ত্ৰ মানিব খোজে, তেন্তে শূদ্ৰৰ দশাহ অশৌচ কেতিয়াও দূষণীয় নহয়। এতিয়া মাহেকীয়া আৰু দহদিনীয়া দুটা বিকল্প বিধান থকাত যিটো ইচ্ছা সেইটোকে ললেও কোনো অশুচি হব নোৱাৰে।"

গোসাঁয়ে মূৰ খজুৱাই খজুৱাই ক'লে,—"সাত পুৰুষ যি নিয়মত

চলি গৈছে সেয়ে হে আচল শাস্ত্ৰ। পিতৃ-পিতামহৰ নিয়ম যি নামানে, সি মহাপাপী ; মৰিলেও তাৰ ঠাই নৰকত।”

একাষে জনচেৰেক গোঁসাইৰ নতুন শিচ বহি আছিল। তেওঁলোক আগেয়ে অহিন্দু আছিল, আৰু লাওপানী, কুকুৰা-গাহৰি, কেকোঁৰা-কুচীয়া আদিৰ পান-ভোজনত অভ্যস্ত আছিল। গোসাঁইৰ শিচ হোৱাৰ পৰা তেওঁলোকে সেইবোৰ পিতৃ-পিতামহৰ ধৰ্ম্ম এৰিছে। গোসাঁইৰ কথা শুনি তেওঁলোকৰ মুখিয়ালজনে মাত লগালে,—“প্ৰভু জগন্নাথ, আপুনি দেখোন আমাৰ সৰ্ব্বনাশ কৰিলে! আপোনাৰ সোণ-ৰূপৰ মুখেৰেই আমাৰ পিতৃ-পিতামহৰ নিয়ম বেয়া আৰু অধৰ্ম্ম বুলি কৈ এৰুৱালে। আমিও ধাৰ্ম্মিক হৈছোঁ বুলি ওফন্দি পৰিলোঁ। আপোনাৰ এতিয়াৰ কথা শুনি বুজিছোঁ, আপোনাৰ কথাত বিশ্বাস কৰি পিতৃ-পিতামহৰ ধৰ্ম্ম এৰাত আমাৰ মহাপাপ হে হ'ল। তাৰ কি উপায় হব প্ৰভু ?”

গোসাঁইৰ মুখৰ বৰণ কেহৰাজ-বটা যেন হ'ল ; ওঁ—আঁ একোকে মাতিব নোৱাৰি সাউৎ কৰে আসনৰ পৰা উঠি গ'ল। অলপ পাচত এজন ভকতে জনালেহি, “প্ৰভু ঈশ্বৰৰ পেটৰ কামোৰে ধৰাত বাহিৰ ফুৰিবলৈ গৈছে ; আপোনালোক আজিলৈ যাওক।”

ৰাইজ কিন্তু উঠিব নুখুজিলে। ঘূৰি অহালৈকে বাট চাবলৈ সকলোৱে স্থিৰ কৰি মোক সুধিলে, “আচাৰ্য্যদেৱ, কওকচোন বাৰু, একে মানুহৰ ভিতৰত অশৌচৰ বেলেগ বেলেগ নিয়ম ওলাল কেনেকৈ ?”

মই।--তাৰ কাৰণ মই যি বুজিছোঁ তাকে হে ক'ব পাৰিম। আপোনালোকে জানে, আজি-কালিও যাৰ ঘৰত কলেৰা হয়, সেই ঘৰৰ মানুহ হে নালাগে, আসন-বসন, পান-ভোজন সকলো অশুচি হয়, তেনে মানুহৰ ঘৰলৈ আন মানুহ যোৱা বা তামোল-চালি খোৱাও বিপদজনক; কিয়নো তাৰ দ্বাৰা ৰোগৰ বীজ বিয়াপিব পাৰে। কিন্তু স্বাস্থ্যনীতিবিদ লোকৰ ঘৰত ভয়ৰ কাৰণ কম, তেওঁলোকে নানা উপায়েৰে ৰোগৰ বীজাণু দূৰ কৰে। কাৰবাৰ ঘৰত বসন্ত ওলালে সেই ঘৰৰ গবৰ্ণমেণ্ট কৰ্ম্মচাৰীকো তিনি সপ্তাহলৈ অশুচি কৰি ৰখা হয়। ইয়াৰ পৰাই বুজা যায়, অশৌচটো হৈছে ৰোগৰ সংক্ৰামণৰ ভয় থকা অৱস্থা। সেই দেখিয়েই স্মৃতিবোৰে আকস্মিক ঘটনাৰ পৰা মানুহ মৰিলে ত্ৰিৰাত্ৰ অশৌচৰ ব্যৱস্থা দিছে, কিন্তু বেমাৰত মৰিলে আত্মীয়-স্বজনক বেচি দিনীয়াকৈ অশুচি কৰি ৰাখিছে। অকল সেয়ে নহয়, যিবোৰ জ্ঞানী আৰু যি নীতিনিয়ম মানি পৰিষ্কাৰ পৰিচ্ছন্ন হৈ থাকে, তেওঁলোক কম দিন অশুচি থাকে; আনফালে যিবোৰ মূৰ্খ আৰু ধুতি-বিধুতিৰ নিয়ম নাজানে সেইবোৰক বেচি দিনলৈ অপবিত্ৰ বুলি ধৰা হয়। সেই কাৰণে নীতিপৰায়ণ বামুণৰ দহদিন হলেও লেতেৰা শূদিৰৰ এমাহ অশৌচ কোনো কোনো শাস্ত্ৰই উচিত বুলি ভাবিছে। তেনে কৰাত যে কিবা অন্যায় হৈছিল, সেইটো মই ক'ব নোখোজোঁ; কিয়নো আপোনা লোকে জানিছেই, যে তেতিয়া বামুণৰ হালোৱা কেইটাই শ্ৰেষ্ঠতম শূদিৰ আছিল। তাৰ পৰা সেই কালত শূদিৰ বোলা মানুহবোৰ কেনে মূৰ্খ আৰু লেতেৰা আছিল বুজিব পাৰি। যেতিয়া শূদ্ৰও উন্নত হ'ল

আৰু বামুণো তললৈ গ'ল, তেতিয়া সকলো হিন্দুৰ দশাহ অশৌচেই উচিত বুলি বহুতো ঋষি-মুনিয়ে সিদ্ধান্ত কৰিলে। আজি যদি শাস্ত্ৰমতে বিচাৰি চায়, বামুণো নাপায়, শূদিৰো নাপায়, পায় যদি অকল বৈশ্যকে হে পাব। সেই কাৰণে আগেয়ে কৈ অহা বিকল্প মতৰ এটাৰ মতে সকলো অসমীয়া হিন্দুৰ দহ দিন হে অশৌচ, আনটোৰ মতে সকলোৰে পোন্ধৰ দিন অশৌচ হ'ব পাৰে। আন প্ৰকাৰ অশৌচলৈ বৰ্ত্তমান সমাজত ঠাই নাই। জাতি হিচাপেও একে হিন্দুজাতিৰ নিমিত্তে এবিধতকৈ বেচি ব্যৱস্থা থকা তো অধঃপতনৰ চিন মাথোন। মই এই বিষয়ে বিস্তৰ শাস্ত্ৰৰ বচন শুনাই মোৰ কথাৰ প্ৰমাণ দিব পাৰিলোঁহেঁতেন; কিন্তু মোৰ লগত বিচাৰ কৰিবলৈ কোনো নাই যেতিয়া, নিজে শুনিবলৈ বক্তৃতা দিয়া নিষ্প্ৰয়োজন। প্ৰভু ঘুৰি আহিলে সেই বিষয়ৰ বিচাৰ কৰিবলৈ মই সাজু হৈ আছোঁ।"

সকলোৱে প্ৰভু আহক আহক বুলি বাট চাই ভাগৰিল, ৰাতি ওচৰ চাপিল; কিন্তু শৌচাচাৰৰ পৰা প্ৰভু জগন্নাথ তেতিয়াও নুঘূৰিল। তাতে জোঙ্গা মহৰ কামোৰত বোন্দাপৰ দি থকাতকৈ গোসাঁইৰ সিদ্ধান্ত অনন্ত কাললৈ স্থগিত থৈ, তেতিয়া সকলো ৰাইজ উঠি দিহা-দিহি গুচি গ'ল। ময়ো এটা বেলা অনাহকত কটাই ঘৰমুৱা হৈ বাট ললোঁ। "কঠালে পেলালে মুচি, আহিলোঁ ঘৰলৈ গুচি।"

---

# কাহিনী—নম্বৰ এঘাৰ।

## বিয়াৰ প্ৰয়োজন।

( ১৮৪৮ শক )

বহুত দিন হ'ল, এজন বন্ধু মোৰ বিয়াৰ বন্দবস্ত কৰিবলৈ আহিছিল। তেওঁৰ কথা শুনি মই সুধিলোঁ,—"বিয়া কৰাব লাগে কিয় ?"

তেওঁ কলে,—"বংশৰক্ষাৰ নিমিত্তে।"

মই।—বংশ ৰক্ষাৰ প্ৰয়োজনেই বা কি ?

বন্ধু।—মৃত্যুৰ পাচত জলপিণ্ড খাই পুংনামক নৰকৰ পৰা ৰক্ষা পাবলৈ।

মই।—মোৰ তাৰ এটাতো ৰুচি নাই; তাতকৈ যি পাবোঁ এতিয়াই অকলে অকলে থাকি পেট ভৰাই খাই লওঁ।

বন্ধু।—সকলোৱেই যদি তোমাৰ দৰে কয়, তেন্তে সৃষ্টিখন ৰয় কেনেকৈ ?

মই।—সৃষ্টিখনৰ মই কোনো প্ৰয়োজন দেখা নাই। ই থাকে-মানে হাহাকাৰৰ অন্ত নপৰে; সেই কাৰণে ইয়াৰ প্ৰেতকাৰ্য্য যিমান বেগাই পাৰি শেষ কৰিবলৈ যত্ন কৰাই জ্ঞানীলোকৰ কাম। মোৰ মতে এদিন যাবই লাগিব যেতিয়া, বুদ্ধিমানৰ দৰে সকলো চিন-ছাব মচি থৈ যোৱাই ভাল। এনেখন সংসাৰত বংশ ৰাখি পোৱা হাড়কেইডালকো শান্তিত থাকিব নোৱৰা কৰাৰ নিচিনা

মূৰ্খতা আৰু কি হ'ব পাৰে! সেই দেখিয়েই তো শ্ৰীকৃষ্ণই তিতিবুৰি শিকি, যাবৰ সময়ত গোটেই বংশ ধ্বংসকৈ থৈ গৈছিল।

বন্ধু।—বাৰু তোমাৰ কথাকে যেনিবা মানিলোঁ; তিৰুতা-বিলাকৰ কি হ'ব? তেওঁলোক তো পুৰুষৰ আশ্ৰয় নাপালে তিষ্ঠিব নোৱাৰে.—"বিনাশ্ৰয়েণ ন জীৱন্তি পণ্ডিতা বণিতা লতাঃ।"

মই।—তুমি কি মান্ধাতোৰ আমোলৰ কথাবোৰ কোৱাঁ হে? আজিকালিৰ কোনো শিক্ষিতা মহিলাই এনে কথা, শুনিলে তোমাক বাৰচেৰেক কাণত বেজ বেজাই যোৱা কথা শুনাই যে দিবই, আন কি, তেওঁৰ সোঁথনহাতে তোমাৰ বাওথন কাণো টিক-টিক কৰে ৰঙা নকৰাকৈ নেৰে। আজিকালি পুৰুষ আৰু নাৰী সকলো বিষয়তে সমানে চলিব। আগৰ দৰে তিৰুতাক তলত পেলাই খচকিব পাৰিম বুলি ভাবিছা হবলা! সি কথা নেচেল!

বন্ধু।—এইখিনিতেই তোমাৰ ভুল, নিশ্চয় তুমি তিৰুতাৰ বিষয়ে বিশেষ একো নাজানা, নাইবা সভা-সমিতিৰ প্ৰস্তাৱ গোটাচেৰেক মাথোন শুনিছা। এই সভা-সমিতিবোৰ কৰে কোনে? যাৰ গিৰিয়েকৰ হাতনি পেৰাত ধনৰ নাটনি নাই, আৰু নিজে খৰচৰ বাহিৰে কেতিয়াও একো উপাৰ্জ্জন কৰিব নালাগে, যি স্বামীৰ ধনৰ বলত লিগিৰা-লিগিৰী লৈ মটৰ গাৰীত গা ঘেলাই ফুৰিব পাৰে, তেওঁলোকে। তেওঁ-লোকক নিজৰ ওপৰত নিৰ্ভৰ কৰি চলিবলৈ দিয়াঁচোন, তেওঁলোকৰ প্ৰস্তাৱ কলৈ উৰি যায়! আন পক্ষে, যিবোৰ তিৰুতাই গিৰিয়েকৰ লগত পথাৰে-সমাৰে কাম-বন কৰি খাই আছে,

তেওঁলোকক সকলো বিষয়তে পুৰুষৰ সমানে চলিলৈ কোৱাঁ-গৈচোন তোমাক কি কৰে! তেওঁলোকে নিজৰ ভাগৰ কামৰ বাহিৰে পুৰুষৰ কামত হেতা-ওপৰা কৰাৰ কথা ভাবিবই নোৱাৰে। তুমি যদি তেওঁলোকক পুৰুষৰ সমানে নিজ হাতে হাল-কোৰ বাই স্বতন্ত্ৰীয়া হৈ থাবলৈ কোৱা, বোধ কৰোঁ, তেওঁলোকে তোমাক সম্মাৰ্জ্জনীৰে হে সম্বৰ্দ্ধনা কৰিব।

মই।—তাৰ কাৰণ তেওঁলোকক তোমালোকে আন্ধাৰত পেলাই থৈছা; সেই দেখি তেওঁলোকে নিজৰ ইষ্টানিষ্ট বুজিব পৰা নাই।

বন্ধু।—বাৰু তেওঁলোকে শিক্ষা পোৱা নাই দেখিয়েই তেনে কৰে, শিক্ষিতা সকলে নো কি কৰে বুলি ভাবিছা? শিক্ষিতা সকলেও সভা-সমিতিত হে প্ৰস্তাব "পাচ" কৰে, কামত কিন্তু অশিক্ষিতবিলাকতকৈও বেচিকৈ পুৰুষৰ পোন্ধত ধৰে। এটা ঘটনাৰ কথা ক'ম শুনিবা নে? কিছুমান দিনৰ আগতে মই এবাৰ কলিকতালৈ গৈছিলোঁ। ঘূৰি আহিবৰ সময়ত মই অহা মধ্যম শ্ৰেণীটোতে চাৰি গৰাকী অসমীয়া গাভৰুও আহিছিল; তেওঁ-লোকৰ দুজনীয়ে আই, এ, আৰু আন দুজনীয়ে বি, এ পঢ়িছিল। ৰেলতে তেওঁলোকৰ লগত মোৰ আলাপ-পৰিচয় হ'ল। তেওঁলোকে স্ত্ৰী স্বাধীনতাৰ কথা উলিয়াই পুৰুষ আৰু স্ত্ৰীৰ কৰ্ম্মক্ষেত্ৰ যে বেলেগ হব নালাগে, তাৰ নানা যুক্তি দিলে। মই সেইটো সম্ভৱ নহয়, আৰু প্ৰাকৃতিক গঠনে কৰ্ম্মক্ষেত্ৰ বেলেগাই ৰাখিছে বুলি তাৰ ওলোটা যুক্তি দিলোঁ। কিন্তু মই অকলশৰীয়া, তেওঁলোক হল চাৰি জনী।

তেওঁলোকৰ শনোৱা খুব যেন জিভাই মোক ডাকি পেলালে। নই পৃষ্ঠভঙ্গ দিব লগাত পৰিলোঁ।

হঠাৎ ৰেলখন বৈ গ'ল। য'ত ৰ'ল সি ষ্টেচন নহয়, মাজ ঠাই। কিয় ৰ'ল, তাৰ কাৰণ বিচাৰি জনা গল, ইঞ্জিনৰ কিবা এটা বেয়া হৈছে। বৰ আহুকালত পৰিলোঁ। ওচৰত দুইফালে মুকলি পথাৰ মাথোন; ইঞ্জিন ভাল হব বুলি আশা পালি ৰেলৰ ভিতৰতে বহি কথা পতা আৰু মাজে মাজে একোবাৰ নামি ইফাল সিফাল কৰাৰ বাহিৰে তেতিয়া কৰিবলৈ আন কাম একো নাছিল।

ইঞ্জিন আৰু ভাল নহল, আমি পিচৰ খন গাৰী আহি নোপোৱালৈকে তাতে ৰলোঁ। যেতিয়া গাৰী আহিল তেতিয়া আমি গাৰী সলাব লগাত পৰিলোঁ। মাজ ঠাই হোৱাত তাত কুলি পাবলৈ নাছিল। মই মোৰ মালবস্তু কান্ধত লৈ নতুন গাৰীলৈ আহিলোঁ; গাভৰু কেই গৰাকীয়ে কাবৌ-কোকালি কৰি এটা কুলি বিচাৰি দিবলৈ মোক বৰকৈ ধৰিলে, কিন্তু পথাৰৰ মাজত কুলি ক'ৰ পৰা ওলাব! তেওঁলোক কান্দোঁ কান্দোঁ হ'ল, মই তেওঁলোকক কলোঁ, যে মই অনা দি তেওঁলোকেও নিজৰ নিজৰ বস্তু কান্ধতকৈ আনিলেই দেখোন হয়। তেওঁলোকৰ মাতবোল হৰিল। ধৰি মেলি মালখিনি কোনোমতে গাৰীৰ পৰা নমালে, কিন্তু ইখনলৈ নিবৰ শক্তি নহ'ল। কিতাপে-পত্ৰই ঠাহখোৱা যিহে একোটা বাকচ!

ৰে'ল এৰিবলৈ আৰু বেচি সময় নাই, কি কৰুণ তেতিয়া তেওঁলোকৰ মুখৰ আকৃতি! মই তেওঁলোকক পিকনি দিবৰ মনেৰে

ইচ্ছা কৰিয়েই ইমান পৰ তেওঁলোকক সাহাষ্য কৰা নাছিলোঁ ; কিন্তু আৰু পলম কৰিলে তেওঁলোক উঠিব পৰাৰ আগন্তুক নাই। অগত্যা মই বস্তুখিনি কঢ়িয়াই নতুন গাৰীত তুলি দিলোঁ, তেওঁলোকৰো ধাতু আহিল।

বাকীছোৱা বাটত তেওঁলোকৰ তেজ আৰু বক্তৃতা এটায়ো উজাৰ নাখালে ; বিজয় গৰ্ব্বত মই মিচিক মিচিক হাঁহি আছিলোঁ। নামিবৰ সময়ত তেওঁলোকে তেওঁলোকৰ ভুল স্বীকাৰ কৰি মোৰ ওচৰত ক্ষমা খুজিলে।—এতিয়া এই ঘটনাটোৱে কি কয় ?

মই দেখিলোঁ কথা বিষম, কিন্তু কোনো এটা কথা কৈ তাক তুলি লোৱা বা পৰাজয় স্বীকাৰ কৰা মোৰ স্বভাব নহয়। সেই কাৰণে বন্ধুৰ প্ৰশ্নৰ উত্তৰত মই কলোঁ,—“একো নকয়। হ'ব পাৰে তেওঁলোকে যেনেকৈ তৰ্ক কৰে, তেনেকৈ কাম কৰিব নোৱাৰে। নোৱাৰিব তো ! ইমান দিন এইবোৰ কামৰ পৰা তেওঁলোকক বঞ্চিত কৰি ৰখাত এতিয়া একেদিনাই কেনেকৈ কৰে ! তোমালোকে সুবিধা দিয়াচোন অলপ দিনৰ পাচতে দেখিবা মুনিহৰ লগতে তিৰুতায়ো হালকোৰ বাই খেতি কৰিছে, ৰেলৰ ষ্টেচনৰ মুটীয়া আৰু জাহাজৰ খালচীৰ আধাখিনি তিৰুতাৰ দ্বাৰা পূৰ্ণ হৈছে। তিৰুতাক শিক্ষা দিয়াঁ, স্বাধীনতা দিয়া, তেওঁলোকো দাৰোগা, কনিষ্টবল, চবডেপুটি, মণ্ডল, জেনেৰেল, কৰ্ণেল, কমাৰ, চমাৰ, গাৰোৱান, বাঢ়ৈ, ডাকহৰকৰা আদি হৈ পুৰুষৰে সমানে ফেৰ মাৰি জীৱিকা উপাৰ্জ্জন কৰিব।

বন্ধু।—তুমি যিমানেই কোৱা, সি কথা হে, কামত তাৰ চিনাকি

পাবলৈ আশা কৰিলে নিৰাশ হব লাগিব নিশ্চয়। বিয়াৰ বান্ধোনত বান্ধ নোখোৱাকৈ স্বাধীনভাবে জীবিকা উলিওৱা তিৰুতাৰ এবাৰ পিয়ল কৰি চোৱাঁ, তাৰ ভিতৰত শতকৰা কেইজনীয়ে তুমি কোৱাৰ দৰে কাম কৰি খায়, আৰু কিমানে নিতৌ নতুন পুৰুষৰ আশ্ৰয় ল'ব লগাত পৰে, নিজেই তাৰ হিচাপ পাবা।

মহা আপদ! বন্ধুক নিৰস্ত্ৰ বা নিৰস্ত কৰা মোৰ পক্ষে কঠিন হৈ উঠিল। অলপ ভাবি-চিন্তি কলোঁ,—"গোটেই নাৰীসমাজৰ তুলনাত তেওঁলোকৰ সংখ্যা অতি কম, সেই কাৰণে তেনেকৈ চলিবলৈ সুযোগ পাইছে। বিয়াৰ পৰা সকলোকে মুক্তি দিলেই সেইবোৰ জীবিকাৰ বাট আপুনি বন্ধ হ'ব আৰু সকলোৱে কাম কৰিব লাগিব। সেই দেখিয়েই মই গুৰিতে কৈছোঁ—বিয়া নকৰাটোৱেই মঙ্গল। মই আৰু তোমাৰ কথা নুশুনো।"

বন্ধুৱে কলে,—"আজি তোমাৰ কোনো কথা তোমাৰ নিজৰ যেন লগা নাই। মোৰ সন্দেহ হৈছে, তুমি কালি শিৱৰাত্ৰিত ঘোঁটা খাইছিলা কিজানি। আজি আৰু বেচি কথা ময়ো নাপাতোঁ, আকৌ এদিন আহিম।"

মই ঘোঁটা খাইছিলোঁ নে নাই ক'ব নোৱাৰোঁ। তেনে অভ্যাস মোৰ কস্মিন কালেও নাছিল। কিন্তু আগদিনা শিৱৰাত্ৰিলৈ যাওঁতে দেৱালৰ ঠাকুৰে মোক দুটামান মিঠৈ আৰু এবাটি গাখীৰ খাবলৈ দিছিল, তাত ভাঙ্গৰ সম্পৰ্ক নাই বুলি তেওঁ শপত খাই কৈছিল। মোৰ হলে তাক খোৱাৰ পাচত মূৰটো বিষাইছিল; ক'ব নোৱাৰোঁ, ইয়াত যদি কিবা ৰহস্য আছিল।

বন্ধু, গ'ল। মই গোটেইবোৰ কথা জুকিয়াই চাই একোকে ঠিক কৰিব নোৱাৰিলোঁ। একোবাৰ ভাবোঁ, বন্ধুৰ কথাই ঠিক; আকৌ ভাবোঁ, মোৰটোৱেই বা বেঠিক কেনেকৈ ?

---

# কাহিনী—নম্বৰ বাৰ।

## পৰাচিত।

( ১৮৫৭ শক )

গণপতি আৰু ধণপতি ফৌটে লগুণে তমস্কাৰ কঁহকঁহীয়া ডেকা বামুণ। ঘৰ নপাম নামৰ গাওঁ এখনত। পথাৰত কোৰ মাৰি আৰু সুবিধা পালে সকাম নিকাম কৰি দুবেলা দুসাজি ধৰে, পাইটো-পইচাটো ৰাহিও কৰে। তেওঁলোক দুয়ো এদিন উৰুৱা ঘৰ বাটিবলৈ বুলি খেৰ কাটিবলৈ ওলাল। বহুত বেলি বিচৰাৰ পাচত এডৰা খেৰনি পাই তাৰে একো চুৰা বাছি বাছি কাচি চলাবলৈ ধৰিলে।

খেৰনিৰ পৰা অলপ দূৰতে দুৰাপিঠীয়া ঘৰ গোটাচেৰেকে তাত ন ভগনীয়া মৈমনচিঙ্গীয়াৰ অস্তিত্ব ঘোষণা কৰিছিল। সোৱোপা অসমীয়াই কানিৰ খোলাত ৰাতি কটাই মুখেৰে সাত হাল বাই থাকোঁতেই ভগনীয়া মৈমনচিঙ্গীয়া বঙ্গালে এইবোৰ পতিত মাটি, হাবি-বন কাটি দখল কৰি, নকল চলাই, অসমীয়াক কঙ্গাল কৰি আনিছে; মাটিত গজা খেৰ-কাঠ, আৰু পানীত জগা মাছ-পুঠীটোৰো

গৰাকী হৈ ইহঁতে খোৰাকি উলিয়াইছে, আৰু অসমীয়াৰ সাত পুৰুষীয়া দখলীস্বত্ব কাঢ়ি লৈছে। তেওঁলোকে খেৰত বেপ মৰা-মাত্ৰকেই আদহীয়া মৈমনচিঙ্গীয়া মুচলমান এটা কুঁজী ডাঁহটো অহা দি আহি তিনি হাতমান দূৰৈলৈকে মুখৰ সেপ ছিটিকাই গৰ্জ্জি উঠিল, "কোন তহঁত? ক'ৰ বাপেৰৰ ঘৰৰ খেৰণি পাইছ ইয়াত খেৰ কাটিবলৈ? ওলা ভালে ভালে।"

গণপতিয়ে ক'লে,—"এই খেৰণি চৰকাৰী মাটিত; তাত তোৰ কি স্বত্ব আছে?"

মৈমনচিঙ্গীয়া।—মোৰ যদি স্বত্ব নাই, তোৰো নাই। তই কাটিছ কিয়?

গণ।—চৰকাৰী মাটিৰ খেৰ, যেয়ে কাটে তাৰে।

মৈমনচিঙ্গীয়া।—হ'ব নোৱাৰিছে চৰকাৰী! মই দখল কৰিলেই মোৰ হ'ব।

গণ।—বাৰু যেতিয়া তোৰ হব, তেতিয়া ল'বি। এতিয়া ফক-ফক নকৰিবি।

মৈমনচিঙ্গীয়া।—কি! ওলা এতিয়াই ইয়াৰ পৰা।

গণ।—তোৰ কথাতেই নে?

"ওঁ, মোৰ কথাতেই"—এই বুলি কৈয়েই মৈমনচিঙ্গীয়াটোৱে দিলে গণপতিৰ গালত এটা চৰ লগাই। চৰ খাই গণপতিয়ে ধনপতিৰ ফাললৈ চাই দেখে, যে তেওঁ "পলাই বাসৰ পাচক নাচাই" কৰি কুৰি নলমান গলেই। তেৰোঁ তেতিয়া ধনপতিক ৰিঙ্গি-য়াই একে বাটেই লৰ দিলে, আৰু কোনমতে সজ্ঞানে ঘৰখন ল'লে।

ঘটনাটো ইমানেই। আধা ঘণ্টামানৰ ভিতৰতে কথাটো গোটেই গাৱঁতে ফাটি-ফুটি ওলাল, আৰু তাৰ বিচাৰ কৰিবলৈ গাৱঁৰ সকলো লোক গোট খালে। দুৰ্ভাগ্যবশতঃ মিতিৰ খাবলৈ গৈ মষো সেই গাৱঁৰে এঘৰত আছিলোঁ। যি ঘৰত আছিলোঁ সি নাম ঘৰৰে লগালগি, গতিকে মেললৈ মষো আহিব লগাত পৰিলোঁ।

বিচাৰ হ'ল। সকলো কথা প্ৰকাশ পোৱাৰ পাচত শ্ৰুতিকৰ বাপুৱে ৰায় দিলে,—"গণপতিৰ পৰাচিত ডাঙৰ। তেওঁ একুৰি পাঁচ টকা দণ্ড দি পৰাচিত হ'ব লাগিব, আৰু খেলৰ সকলোকে এটা ভোজ দিব লাগিব। তেহে তেওঁ উদ্ধাৰ পাব, নহলে তেওঁৰ লগত কাৰো খোৱা-পিয়া আন কি, ছোৱা-লৰ। পৰ্য্যন্ত হ'ব নোৱাৰে।"

গণপতিয়ে দণ্ডৰ পৰিমাণ কমাবলৈ নানা প্ৰকাৰ কাকূতি-মিনতি কৰিলে, কিন্তু কোনেও শ্ৰুতিকৰৰ ব্যৱস্থাৰ অলপো হেৰ-ফেৰ কৰিব নুখুজিলে।

মই গুৰিৰে পৰা পৰ গাৱঁত মৰ ভাও জোৰাই ভাল বুলি মাতবোল নকৰাকৈ বহি আছিলোঁ। হঠাৎ কি ভাবি কব নোৱাৰোঁ, শ্ৰুতিকৰ বাপুৱে মোৰ ফালে চাই কলে,—"আচাৰ্য্যদেৱ, আন সময়ত দেখোন আপোনাৰ মুখত আখৈ ফুটা দি কথা ফুটে। আজি দেখোন একেবাৰেই নিবুকা চামোনটি হৈ বহি আছে। কওকচোন, এওঁৰ ইয়াতকৈ আৰু কম দণ্ড হব পাৰে নে? মই দেখাত ই গুৰু পাপত লঘু শাস্তি হে।"

মই কলোঁ,—"মই মাতিব পাৰোঁ, কিন্তু ভয় হয়, মোৰ মাত শুনি জানোচা কাৰবাৰ গাত চোৰাতে ডাকে।"

শ্ৰুতিকৰ।—নাডাকে, মাতক।

মই।—তেন্তে প্ৰথমৰে পৰা মই আকৌ ঘটনাটোৰ আঁতি-গুৰি লম। এই বুলি কৈ ধনপতিক সুধিলোঁ,—"গণপতিৰ লগত খেৰণিলৈ গৈছিলা নে?

ধন।—হয় গৈছিলোঁ।

মই।—মৈমনচিঙ্গীয়াটোৱে গণপতিক মৰা সঁচা নে?

ধন। সঁচা।

মই।—তুমি তেতিয়া ক'ত আছিলা?

ধন।—মই দুই নলমান আঁতৰত আছিলোঁ। গণপতিক মৰা দেখিয়েই কেনেবাকৈ মোকো ধৰেহি বুলি লৰ মাৰিলোঁ।

মই।—মৈমনচিঙ্গীয়াটোৰ কাম উচিত হৈছিল নে?

ধন।—নাই হোৱা।

মই।—তুমি হাতেৰেই হওক বা মুখেৰেই হওক, তাৰ কিবা প্ৰতিবাদ কৰিছিলা নে?

ধন।—নাই কৰা।

মই।—প্ৰতিবাদ কৰা উচিত আছিল নে নাছিল?

ধন।—আছিল। একে কুলীয়া হব লাগিছিল, দেখিলোঁ হেতেন সি কিমান পানীৰ মাছ! পিচে অজাতিৰ লগত হতাহতি বা চুপতা-চুপতি কৰোঁ কেনেকৈ? তাক গুৰুলা-গুৰুলকৈ কিল শোধালেও তাৰ একো নহয়, কিন্তু সি লপা-থপা এটা মাৰিলেই

নাইবা থুই এটেপা পেলাই দিলেই আমাৰ ফালে আহবি। খেৰৰ লগত আৰু জাত দিব পাৰোঁ নে ?

তেতিয়া মই গণপতিক প্ৰশ্ন কৰিলোঁ,—"মৈমনচিঙ্গীয়াটো কেনেকুৱা মানুহ ?"

গণ।—কিচকিচ কৰে ক'লা।

মই।—ওখই ডাঙ্গৰে কিমান ?

গণ।—মোতকৈ চেঁৰেলা আৰু চাপৰো।

মই।—তেন্তে তাৰ বল তোমাতকৈ বেচি নহয় ?

গণ—নহয়। তাক মই একে চৰতে তিনি পাক খুৱালোঁহেঁতেন, পিচে কি হ'ব, কুলৰ নহল।

মই।—তোমালোকে সমাজত মান ভাগ, বৰ মলা, বৰ চৰু খোৱা ; শৰাধ এটা কৰিবলৈ গলেও ভাল বস্তুখিনিৰ এভাগ আগ ধৰি জোলোঙ্গাত লুকুৱাই থৈ ঘৰলৈ আনি ঠাহি ঠাহি পেট ভৰোৱা। এইদৰে খাই খাই বল বঢ়াইছা কি কৰিবলৈ ? তোমালোকৰ কথাৰ পৰা বুজা গৈছে তোমালোকৰ ভাই-ককাই, জ্ঞাতি-কুটুম্ব কেইটাৰ লগত কটা-কটি, মূৰ ফলা-ফলি কৰিবৰ নিমিত্ত হে বলৰ প্ৰয়োজন ; কিন্তু অজাতিয়ে গালত চৰ শোধালে নাইবা বৰ ঘৰ সোমাই ভাত-চৰু উলিয়ালেও তাৰ প্ৰয়োগ কৰিবলৈ তোমালোক অপাৰগ। যদি তোমালোকে এচৰ খাই বেচি নহলেও এচৰ দিব পাৰিলাহেঁতেন, তেন্তে পাপৰ লগে লগে পৰাচিতো হৈ গ'লহেঁতেন। কিন্তু তোমালোকে তাকে নকৰি মাৰ খাই ঘৰত কান্দিবলৈ আহিছা ; সেই কাৰণে তোমালোকৰ পৰাচিত

লাগিবই। মোৰ মতে গণপতিতকৈ ধনপতিৰ পৰাচিত বেচি। গণপতিয়ে হাতেৰে নোৱাৰিলেও মুখেৰে অন্ততঃ অন্যায়ৰ প্রতিবাদ কৰিছিল, কিন্তু ধনপতিৰ সিমান ফেৰা সাহ-শক্তিও নাছিল। তেওঁৰ পাপ দুটা,—এটা হৈছে, অন্যায় দেখিও প্রতিবাদ কৰিব নোৱৰা কাপুৰুষতা ; আনটো হৈছে লগৰীয়াজনক আক্রমণকাৰীৰ হাতত এৰি অহা বিশ্বাস-ঘাতকতা। সেই কাৰণে গণপতিৰ পৰাচিত যিমান, ধনপতিৰ তাৰ দুগুণ।

মোৰ কথা শুনি শ্রুতিকৰে কলে,—"আপুনি কোৱাটো শাস্ত্ৰ-সম্মত নহয়।"

মই। – আপোনালোকে শাস্ত্র-শাস্ত্ৰকৈ নিজৰ জ্ঞান-বুদ্ধি, যুক্তি-তর্ক সোপাকে টিকিৰাৰ লগত ধোঁৱা কৰি উৰুৱাই দিছে। এই হেন দুজন ডেকাক এটা কেলেহুৱাই অন্যায়ভাবে আক্রমণ কৰিলে, আৰু এওঁলোকে গাল পাতি দি চৰ খাই লৰ মাৰি প্ৰাণটো ৰাখিলে। তাক ভালকৈ ঠেকেচাচেৰেক দি শিকনি দিবলৈ এওঁলোকৰ টিকনি আগৰ খংটো নোহোৱা হল কিয় ? ইমান নিৰ্জ্জীৱ, ইমান দুৰ্ব্বল এই মানুহ কেইটাক কোনে কৰিলে ? আপোনালোকে আৰু আপোনালোকৰ শাস্ত্ৰই নহয় নে ? আজি মৈমনচিঙ্গীয়াই আপোনাৰ ভেটিমাটি দখল কৰিছে, নকৈ বিয়া কৰাই অনা তিৰুতাক বাটৰ পৰা নি খাটত তুলিছে। কিহৰ বলত ? বোলোঁ সিহঁতৰ বাহুৰ বলত, নে আপোনালোকৰ শাস্ত্ৰৰ দোষত ? সিহঁতে জানে সিহঁতক দেখিলে আপোনালোকে সত্র এৰে, হাতত ধৰিলে পাটীৰ তিৰুতাকো এৰি দিয়ে, আপোনালোকৰ প্রতি এটেপা

থুয়েই সিহঁতৰ ব্ৰহ্মাস্ত্ৰ। পলৰীয়াক যেয়ে সেয়ে খেদি খেদি টঙ্গনিয়াব পাৰে, কিন্তু দুৰ্ব্বল এটায়ো ফেপেৰি পাতি উঠকচোন, বলী একোটায়ো সহজে খুম মাৰিবলৈ সাহ কৰে নে? আপোনালোকৰ দুৰ্ব্বলতা দেখিয়েই কেলেহুৱাহঁতে চল পাই গললৈকে জঁপিয়াইছে, আৰু আপোনালোকে নিজ নিজ অধিকাৰ পৰিহাৰ কৰি হুইঁকি হুইঁকি গৈ আছে। মই মোৰ ডেকা বন্ধুসকলক কওঁ, তেওঁলোকে যেন এনে মামৰে ধৰা ফপৰীয়া শাস্ত্ৰৰ প্ৰকৃতিটো বুজি লৈ কাম কৰে, চকু মুদি বাট বুলি যেন নিজৰ মনুষ্যত্ব বিসৰ্জ্জন নিদিয়ে। যি শাস্ত্ৰই মানুহৰ স্বাভাবিক গতি পৰ্য্যন্ত ৰোধ কৰি, হিতাহিত জ্ঞান লোপ কৰি, গোলামৰ জাতি গঢ়ি নিজৰ ঘৰতে প্ৰবাসী হবলৈ আপোনালোকক বাধ্য কৰিছে, পুৰি পেলাওক তেনে শাস্ত্ৰ। যি মানুহৰ মনত আত্মমৰ্য্যাদা বোধ জন্মাব, যি নিজৰ স্বত্ব সাব্যস্ত কৰি লবলৈ শক্তি দিব, যি অন্যায়ৰ প্ৰতিৰোধৰ নিমিত্তে প্ৰাণ পৰ্য্যন্ত দিবলৈ বোধ দিব তেনে শাস্ত্ৰ প্ৰণয়ন কৰক। যাক মানুহে ছুলেও জাত যায়,তাৰ জাতেই নাই। আপোনালোক অতীতৰ যি মহান জাতিৰ বংশধৰ, তেওঁলোকৰ তেজ আপোনালোকৰ গাত আছে নে? যদি নাই, আপোনালোকৰ জাত কেতিয়াবাই গ'ল, এতিয়া মুখৰ মাতষাৰো যাওঁ যাওঁ। উত্তিষ্ঠত, জাগ্ৰত।

"আৰু এটা কথা। গণপতি আৰু ধনপতিৰ দোষতকৈ সমাজৰ নেতা আৰু শাস্ত্ৰীয় ব্যৱস্থা দিওঁতাসকলৰ দোষ বহুতগুণে বেচি। এওঁলোকে মাৰ খাই পদযুগলৰ বাহিৰে আন অঙ্গৰ পৰিচালনা কৰিব নোৱাৰিলে বা নকৰিলে কাৰ ভয়ত? এই সমাজপতি

সকলৰ ব্যৱস্থাৰ কঠোৰ শাসনত নহয় নে ? তেন্তে পাপী কোন ? এই নেতাসকল নহয় নে ? আচল পৰাচিতটো এওঁলোকৰ, আৰু চৰটোও পৰা উচিত আছিল এওঁলোকৰ গালতে। মোৰ কথা তেওঁলোকৰ তিতা লাগিছে, কিন্তু বেচি দিন নাই, যি ঢল আহিছে, তেওঁলোকৰ দৰে বৌ-বৰালি সকল তাৰ প্ৰথম ঢৌতে ঢেল-ওপঙ্গা দিব লাগিব। তেওঁলোকৰ পাপৰ ভয়ানক পৰাচিত আহিব লাগিছে।

"মই জানো ইয়াত মোৰ এই এহালিচা বক্তৃতা অনধিকাৰ চৰ্চ্চা হৈছে, কিন্তু মনৰ বেজাৰত মোৰ অনিচ্ছাতো সি ওলাই গ'ল। এতিয়া মই আপোনালোকৰ কাৰ্য্যত আৰু বাধা দিব নোখোজোঁ, কিন্তু সভাত থাকিলে উচিত কথা কিঞ্চিৎ নোকোৱাকৈও থাকিব নোৱাৰিম। হয়তো তাৰ ফলত আমাৰ ভিতৰতে আৰু এখন নতুন মেলৰ সূত্ৰপাত হব পাৰে। এতদৰ্থে ইমানতে আ-বা-বা কৰি, সকলোৰে ওচৰত কৰযোৰে বিদায় মাগিলোঁ।"

মই আৰু অলপো পলম নকৰি মেলৰ মাজৰ পৰা উঠি আহিলোঁ। পিচত শুনিলোঁ বোলে মোৰ বলকনিয়ে সম্পূৰ্ণ নহলেও অলপ গুণ ধৰিলে, অৰ্থাৎ মোৰ বক্তব্য শুনাৰ পাচত ডেকা দলৰ এভাগে শ্ৰুতিকৰৰ লগত তৰ্ক-বিতৰ্ক লগাই ইয়াকে শেষ সিদ্ধান্ত কৰিলে, যে গণপতিয়ে ৰূপ দুটকা আৰু কুৰিসেৰ নিমখ দি পৰাচিত হলেই উদ্ধাৰ পাব, ধনপতি হব নালাগে।

---

# সামৰণি।

ভোঃ ভোঃ শ্ৰোতৃমণ্ডলী, মোৰ এই এক ডজন কাহিনী নিশ্চয় আপোনালোকৰ কৰ্ণ-গহ্বৰত প্ৰবিষ্ট হৈছে। যদিও এনে কাহিনী হেজাৰে হেজাৰে আছে, তথাপি তাক চোবাই থাকিবলৈ আজৰি ক'ত? লিখাই দিবলৈকো আজি কালি কলিকালত গণেশ বাপুৰ চাৰি হাতৰ সাহায্য পোৱাৰ আশা নাই; সেই কাৰণে সম্প্ৰতি ইমানতে লঙ্গৰ পেলালোঁ। এতিয় ...ইজে এই কাহিনীবোৰক আলোচনা, গবেষণা আৰু সমালোচনাৰ শালত পেৰি, জ্যামিতি, পৰিমিতি, ত্ৰিকোণমিতি আদি মিতি প্ৰত্যয়ান্ত শাস্ত্ৰাৱলীৰে জুখি-মাখি, পাটীগণিত, বীজগণিত, প্ৰভৃতিৰে যোগ-বিয়োগ, পূৰণ-হৰণ, ঐকিক, ত্ৰৈৰাশিক, বহুৰাশিক অনুপাত, সমানুপাত, লঘূকৰণ, সমীকৰণ আদি যি কৰিবৰ মন যায় কৰি সিদ্ধান্ত কৰক মই পগলা নে নিপগলা। যদি মোৰ লগত কথাপাতোঁতা কোনো কোনো জনৰ লগত মত নিমিলাৰ বাবেই মই পগলা, তেন্তে ৰাইজৰেই বা মত সম্পুৰ্ণকৈ কাৰ লগত মিলে! তেনেহলে সকলোৱেই পগলা, মাত্ৰ তাতে উনৈশ-বিশ। যদি মই পগলা নহওঁ, তেন্তে ৰাইজে মোৰ মত মানি লওক, আৰু যদি পগলাকেই বোলে, তেন্তে আপোনালোক পগলা সকলো চাপি আহক, হাত ধৰাধৰি কৰি, ৰাগ টানি টানি, ধেই ধেই কৈ নাচোঁ। কিমধিকমিতি।

শ্ৰীআত্মানন্দ আচাৰ্য্য।

৩২ জেঠ, ১৮৫৭ শক।

---

অন্ত।